পীতাম্বৰ কবিৰ

# উষা-পৰিণয়



তিনিখনি পুৰণি পুথি আৰু এখনি ছপা
পুথিৰপৰা গৃহীত পূৰ্ণাঙ্গ পাঠ
ভূমিকা আৰু শব্দ নিৰ্দ্দেশিকাৰে

শ্ৰীমহেশ্বৰ নেওগ এম্. এ., ডি. ফিল
অধ্যাপক, গুৱাহাটী বিশ্ববিদ্যালয়
সম্পাদিত

তৃতীয় তাঙৰণ
১৮৮০ শক

লয়াৰ্ছ্ বুক্ ষ্টল্
গুৱাহাটী : অসম

**Usha-parinaya,** an early Assamese poem, including 37 songs in Ragas or classical melody modes, written by Pitambara Kavi, 16th century A.C., Kamatapur (Cooch Behar), edited with critical Introduction and Glossary, by Maheswar Neog, M.A., D.PHIL., Lecturer in Assamese, Gauhati University. Published by Bichitranarayana Dutta Barooah, B.L., Lawyer's Book-Stall, Gauhati, Assam. 3rd edition, June 1959 (1st edition, May 1951, Golaghat: 2nd edition, September 1955, Gauhati).

মুদ্রক :

শ্ৰীকালীচৰণ পাল

নবজীৱন প্ৰেছ

৬৬ গ্ৰে ষ্ট্ৰীট, কলিকতা-৬

# সম্পাদকৰ নিবেদন

## তৃতীয় তাঙৰণ

'উষা-পৰিণয়'ৰ তৃতীয় প্ৰকাশৰ আৱশ্যক পৰাত পুনৰ ছপাশাললৈ পঠোৱা হ'ল। পুথিৰ পাঠ, ভূমিকা আৰু শব্দ-নিৰ্দ্দেশিকাৰ কোনো সংস্কাৰৰ প্ৰয়োজন বোধ নোহোৱাত ইয়াত পুনৰ্মুদ্ৰণ মাত্ৰ কৰা হৈছে।

গুৱাহাটী বিশ্ববিদ্যালয় **মহেশ্বৰ নেওগ**

১ জুন, ১৯৫৯

## দ্বিতীয় তাঙৰণ

চাৰি বছৰৰ আগতে 'উষা-পৰিণয়'ৰ আমাৰ সংস্কৰণ প্ৰকাশ পাইছিল। ইতিমধ্যে সেই তাঙৰণৰ পুথিখিনি শেষ হোৱাত আৰু কোনো কোনো মহলে দ্বিতীয় তাঙৰণ "অপৰিহাৰ্য্য" আৰু "নহ'লে নহ'ব" বুলি সকীয়াই থকাত লয়াৰ্চ্ বুক ষ্টলৰ উদ্যোগত পুনৰ ছপাশালত দিয়া হ'ল। ইয়াৰ বাবে মূল পুথিৰ পাঠ এবাৰ লুটিয়াই চোৱা হ'ল, ভূমিকাখন পুনঃসংস্থাপন কৰা হ'ল আৰু শব্দ-নিৰ্দ্দেশিকা নতুনকৈ আৰু ডাঙৰকৈ যুগুত কৰা হ'ল। বৰ্ণ-বিন্যাস আধুনিক আৰ্হিলৈ আনিবলৈ আমি যত্ন কৰা নাই আৰু ক'ৰবাত একেটা শব্দৰে দুবিধ জোঁটনি থাকিলেও তাক লৰচৰ নকৰা আধুনিক সম্পাদনৰ দৃষ্টিৰপৰা আৱশ্যকীয় নহয় বুলিয়ে বিবেচনা কৰিলোঁ। শ্ৰীনিভাৰ্ষাৰাম দাসৰ প্ৰাথমিক তাঙৰণত পীতাম্বৰৰ আৰু তেওঁৰ কাল আৰু স্থানৰ বৈশিষ্ট্য থকা আভিধানিক আৰু বৈয়াকৰণ ৰূপ বিকৃত হোৱাৰ উপৰিও মাজে মাজে দুই-এশাৰী কবিতা সম্পূৰ্ণ বাদ পৰি গৈছিল। এনে পাঠে ভাষা আৰু সাহিত্য দুই ফালৰপৰা পীতাম্বৰৰ বিষয়ে ভুল ধাৰণা সৃষ্টি কৰিব পাৰে। কাব্যখনি পঢ়াৰ সময়ত শব্দ-নিৰ্দ্দেশিকাৰ ফালে চকু ৰাখিলে পাঠকৰ ভাষা-বিষয়ক আহুকাল মৰিব বুলি আশা কৰিব পাৰি।

গুৱাহাটী বিশ্ববিদ্যালয় **শ্ৰীমহেশ্বৰ নেওগ**

২৯ আগষ্ট, ১৯৫৫

## শলাগ-জাননী

প্ৰথম তাঙৰণ

অসম চৰকাৰৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ অধ্যক্ষ ডক্টৰ শ্ৰীযুত সূৰ্য্যকুমাৰ ভূঞা ডাঙৰীযাৰ সৌজন্যত বিভাগীয় পুথি-ভঁৰালৰ ১৩০-সংখ্যক পুথি ( পণ্ডিত ৺হেমচন্দ্ৰ গোস্বামীৰ সংগৃহীত ), ৪৮২-আৰু ৪৮৪-সংখ্যক পুথি দুখনি ( কামৰূপৰ টিহু অঞ্চলত প্ৰাপ্ত ) পাই সম্পাদকে কৃতাৰ্থ মানিছে। ডেৰ কুৰি বছৰৰ আগতে হাজোৰ ওচৰৰ হাৰদিযাৰ শ্ৰীযুত নিভাৰ্গাৰাম দাসৰ দ্বাৰা প্ৰকাশিত, বৰ্ত্তমানে দুষ্প্ৰাপ্য ছপা পুথিখনি শ্ৰীযুত মহিমচন্দ্ৰ তালুকদাৰৰপৰা পোৱাত এই পূৰ্ণাঙ্গ সংস্কৰণটি উলিওৱাৰ সুবিধা ঘটিছে। সম্পাদন-কাৰ্য্যত ডক্টৰ শ্ৰীযুত বাণীকান্ত কাকতিদেৱৰ পৰা গুৰুজনোচিত দিহা-পৰামৰ্শ পোৱা হৈছে। এখেতসকলৰ ওচৰত সম্পাদক চিৰকৃতজ্ঞ।

গুৱাহাটী বিশ্ববিদ্যালয়

২১ মে, ১৯৫১ চন

ব'হাগী পূৰ্ণিমা, ৫০৩ শঙ্কৰাব্দ

**শ্ৰীমহেশ্বৰ নেওগ**

# সূচী

পিঠি

পিঠি

পিঠি

পিঠি

পিঠি

# উষা-পৰিণয়

॥ শ্ৰীকৃষ্ণায় নমঃ ॥

নাৰায়ণং নমস্কৃত্য নৰঞ্চৈৱ নৰোত্তমং ।
দেৱীং সৰস্বতীঞ্চৈৱ ততো জয়মুদীৰযেৎ ॥

গ্ৰন্থাৰম্ভ আৰু কবি-পৰিচয়

দৈৱকিনন্দন জয় তৃভুবন-হেতু ।
হেন কৃষ্ণ কৃপাময় ভৱ-সিন্ধু-সেতু ॥
জাহাক স্মৰণে বাড়ে সম্পদ সভাৰ ।
বিঘিনি পলায় সাত সাগৰেৰ পাৰ ॥ ১
শ্যাম তনু সঙ্গে ধেনু অঙ্গে গোষ্ঠ-ৰেনু ।
মুকুট সিৰত আছে কৰে ধৰে বেনু ॥
মুকুটেৰ আসেপাপে কিশলয় ভাল ।
কৰ্ণত কুণ্ডল সোভে কণ্ঠে ৱনমাল ॥ ২
কপালে তিলক শোভে কাখে ৱেতলড়ি ।
পৰিধান পিত ৱস্ত্ৰ হাতে সিঙ্গা ধৰি ॥
সিদ্ধ মুনিগনে জাক ধ্যানেত নাপায় ।
হেন নাৰায়ন গোপসিসু সঙ্গে ধায় ॥ ৩
নাহি আদ্য অন্ত যাৰ এ ৰূপ আকাৰ ।
তাহে হৰি কৈল যদুকুলে অৱতাৰ ॥
দৈত্য মাৰি খণ্ডাইলেক পৃথিবিৰ ভাৰ ।
হেন নাৰায়ন শুভ কৰুক সৱাৰ ॥ ৪

হৰিনাম স্থনে জেৱা হৰি বোলে মুখে।
ধন পুত্ৰ পৰিৱাৰ বাড়ে নানা স্থখে॥
বাড়ে পৰমায়ু সম্পদ অতিসয়।
অন্ত কালে ৰথে চড়ি স্বৰ্গলোকে জায়॥ ৫
কামাতানগৰে স্থৰপুৰি পৰতেক।
তাতে সিস্থ পিতাম্বৰ নামে কৱি এক॥
হৰিবংশ পুন্য কথা আনন্দউদয়।
জাহাক স্থনিলে সবে বিঘ্নি দুৰ হয়॥ ৬
ধন ধান্য সম্পদ বাড়য় আতি স্থখে।
অন্ত কালে ৰথে চড়ি জায় বিষ্ণোলোকে॥
একথা স্থনিলে নৰ সঙ্কট এড়ায়।
মনোৰথ সিদ্ধি সব বৈৰি ক্ষয় জাই॥ ৭
একমনে স্থনে জিতো সময় জাত্ৰাৰ।
সৰ্ব্ব কাম সাধে স্থখে আসে আৰোবাৰ॥
শ্ৰীভাগৱত-কথা অমৃত মধুময়।
স্থনিলে পাতেক খণ্ডে বিঘ্নি দুৰ হয়॥ ৮
হেন মধুমত্ত কথা কহে ধিৰজনে।
স্থনি পিতাম্বৰে হেন গুনে মনে মনে॥
স্লোকবন্ধে বেক্ত কথা ব্যাস ঋষি মুখে।
ৰচিলো পাঞ্চালি জেন বুঝে সৰ্ব্বলোকে॥ ৯
ব্যাসৰ মুখৰ কথা আনিবো আৱসে।
আৱসব ৰচিবো তাহাৰ আসেপাসে॥

সেবন্ধে বান্ধিলে মানি অধিকে দৃপিতি।
নাবুলিহ মন্দ মোকে কৰোহো কাকুঁতি॥ ১০
মোৰ দোষ মৰসিয়ো সভাসদ লোকে।
ৰচিবো পাঞ্চালি তাতে জত দোষ থাকে॥
ক্ষেমিহ সকলো দোশ স্থন মধু বানি।
কণ্ঠে পৰসন হুয়ো ভাৰথি গোসানি॥ ১১
জেনমতে চিত্ৰলেখা হৰিলা কুমাৰ।
হইল গন্ধৰ্ব্ব বিহা সহিতে উশাৰ॥
স্থনিয়া সে বানাসুৰ আতি বড় ৰোসে।
জেনমতে কুমৰ বান্ধিল নাগপাসে॥ ১২
নাৰদে জানাইলা গৈয়া দেব নাৰায়ণ।
স্থনিয়া কৰিলা কোপ দৈৱকিনন্দন॥
গৰুড়ে চড়িয়া আইল স্থনিতনগৰে।
সঙ্গে কামদেৱ আৰো বিৰ হলদ্ধৰে॥ ১৩
ক্ৰোধ কৰি দানব ৰাজাকে কৰি জুদ্ধ।
চক্ৰে হানি ছেদিলেক সহস্ৰেক ভুজ॥
লক্ষৰ ৰাখিতে পাছে আসিলা সঙ্কৰ।
হৰি হৰ জুঝিলে সে বড়ই সমৰ॥ ১৪
পুন্য কথা স্থনিতে নাকৰ একমতি।
একমনে স্থনিলেসে বাড়য় সম্পতি॥
শ্ৰৱনৰমন কথা স্থনা একমনে।
হৰি পৰসনে কৱি পিতাম্বৰে ভনে॥ ১৫ ॥*

হৰ-পৰ্ব্বতীৰ- বৈসম্পায়ন বদতি স্থনিয়ো জন্মিজয়।
পৰা প্ৰচণ্ড দানৱ বান বলিৰ তনয়॥
বৰ-লাভ নৃপ বানাস্থৰ মহিসি মহামতি।
ৰূপে গুনে জৌৱনে সম্পূৰ্ণ সিতো আতি॥ ১৬
তপ কৰে বানাস্থৰ অনেক বৎসৰ।
ভবানি সহিতে তুষ্ট হইল সঙ্কৰ॥
চড়িয়া বৃসভ পৃস্টে কোলে মহামায়া।
আসিয়া মহেস তবে কৈলাস চাড়িয়া॥ ১৭
কি কাৰনে কৰ তপ বোলে পস্থপতি।
বৰ দেঞ তোৰ তপে তুষ্ট ভৈলো আতি॥
বানাস্থৰে দেখিলা আসিলা গঙ্গাধৰ।
প্ৰনাম কৰিয়া তুতি কৰিলা বিস্তৰ॥ ১৮
হাত জোড়ে বোলে দেৱ পৰম ইসান।
জদি বৰ দিবা প্ৰভু কৰ অৱধান॥
তোমাৰ তনয় দেৱ কাৰ্ত্তিক গোসাই।
বৰ দেহ তাৰ আমি হই ছোট ভাই॥ ১৯
দেৱি হৌক মাৱ মোৰ বাপ তৃনয়ন॥
বৰ দেহ গোসানি কৰোহো তনপান॥
স্বৰ্গ মঞ্চ পাতালে আমাৰ হৌক বস।
তিনো লোকে ঘোসে যেন মোৰ বিৰজস॥ ২০
আমাৰ নগৰে প্ৰভু থাকিহ সদায়।
জথা স্থমৰহো জেন দেখোহো তথায়॥

বানেৰ বচন স্নুনি দেৱ উমাপতি।
কি কহে দানৱ কথা স্নুনহ পাৰ্ব্বতি॥ ২১
পুত্ৰৱতে দানৱক দেহ তনখিৰ।
এ তিনি ভুৱনে জেন হয় মহাবিৰ॥
জে স্নুনিতপুৰেতে কাৰ্ত্তিক উতপতি।
সেহি দেশ দানৱকে দেহ পস্নুপতি॥ ২২
তিনি লোকে হৈব তোৰ প্ৰতাপ প্ৰচণ্ড।
সংসাৰ জুড়িয়া জস বহিব অখণ্ড॥
পলাইব দেৱতাগন তোহোৰ তৰাসে।
মন কৈলে আমাকো দেখিবে তোৰ পাসে
জত বৰ চাহিলি সকলে দিলো বিৰ।
অনন্তৰে মহামায়া দিলা তনখিৰ॥
পাইলা মউৰধ্বজ দানৱ প্ৰধান।
কৈলাসে লড়িলা বৰ দিয়া তৃনয়ন॥ ২৪
আসিলা দানৱ তেবে স্নুনিতনগৰ।
খেদাইলা সকলে দেৱ আৰ পুৰন্দৰ॥
সঙ্কৰেৰ বৰেসে জিনিয়া লোক তিনি।
আপুনে পাতিলা বায়ু বৰুন অগনি॥ ২৫
তৃভুবনে হৈল সে আপুনি অধিকাৰ।
থাকোক একথা স্নুনা জনম উসাৰ॥
মহা ঘোৰ হুইব সে জে বড়ই সমৰ।
দানৱৰ কাৰণে জুঝিলা হৰি হৰ॥ ২৬

উষাৰ জন্ম আৰু শোণিতপুৰত বিমঙ্গল

বৈসম্পায়নে বোলে কথা সুনা জন্মিজয়।
উপজিল কন্যা এক ৰূপে আতিসয়॥
সতেক ভাইৰ সেসে উসা ভৈল জাত।
সকল সোনিতপুৰে মহা উতপাত॥ ২৭
বিপৰিত ডাকে মেঘে ৰুধিৰ বৰিসে।
উল্কাময় অনেক জে দেখিয় আকাসে॥
দক্ষিন দিসত লোকে দেখে ধুমকেতু।
উসাৰ জনম দৈত্যবিনাসৰ হেতু॥ ২৮
সকল সোনিতপুৰে গিধিনিৰ মেলা।
বনৰ হৰিনি কৰে নগৰত খেলা॥
শৃকালে কৰয় ৰোল সভা বেড়ি বেড়ি।
সমাজে আসিয়া সৰ্প্পে কৰে জড়াজড়ি॥ ২৯
বিমঙ্গল দেখিয়া সে দানৱ প্ৰধান।
সঙ্কৰেৰ বৰে কিছো নাকৰে গিয়ান॥
মিছা বিমঙ্গলে মোক কি কৰিতে পাৰে।
নাহি তৃভুবনে হেন মোকে ৰন কৰে॥ ৩০
জিনিলো কুবেৰ জম বৰুন বাসৱ।
নাসে কেনে এখনে আইসোক কোন দেৱ॥
এহি বুলি হৰিসে থাকিল বানাসুৰ।
আসিলা উসাৰ ধাই ছাড়ি অন্তেশ্পুৰ॥ ৩১
হাতজোড়ে বোলে দেব নাকৰহ ৰোস।
ভসাঞঁ কুমাৰি জলে নাহি কিছো দোস॥

জত বিমঙ্গল হৈল আপুনে দেখিয়া।
নিসন্ধে থাকিলা কেনে হৃদয় ভাবিয়া॥ ৩২
আজ্ঞা কৰা কুমাৰি এড়িয়া আসি জলে।
তেবেসে সোনিতপুৰি থাকিব কুসলে।
ফলিব প্ৰমাদ সে জে কে ৰাখিতে পাৰে।
হৰি পৰসনে কৰি কহে পিতাম্বৰে॥ ৩৩ ॥*॥

॥ ভৈৰৱি ৰাগ ॥ লাছাৰি ॥

উষাৰ ধাইৰ সতৰ্ক-বাণী

নাথয়ো নাথয়ো গোসাই হে
কুমাৰি আলক্ষনি।
এ কন্যা ৰাখিলে বড় মিলিবে বিঘিনি॥ ৩৪
॥ পদ ॥ দেৱৰ কপট গোসাই হে
হৰি হৰি বুঝিতে নাপাৰি।
মায়া কৰি আসিলা কোন দেৱৰ কুমাৰি॥ ৩৫
স্বৰূপে জানিলো গোসাই হে
দেৱে পাতিলা মন্ত্ৰনা।
ত্ৰিদশৰ মায়াৰ থিৰ হুইব কোনজনা॥ ৩৬
তোমাৰ বাপ বলি ৰাজা হে
গোসাই জগতে প্ৰধান।
স্বৰ্গ মৰ্ত্ত পাতালে নাসহৈ জাৰ টান॥ ৩৭

সেজনা নাহৈল থিৰ হে
দেৱৰ মায়াবলে।
গোবিন্দে ছলিআ তাকো পঠাইলা সুতলে॥ ৩৮
বিজয় ময়ুৰধ্বজ হে
তোমাক দিলা পসুপতি।
ভাগিয়া পৰিলা কন্যা উপজিলা ৰাতি॥ ৩৯
মুক্ত কৰি কেশ গোসাই হে
হৰি হৰি বিবসন হয়া।
অন্তেসপুৰে এক কন্যা বেড়ায় কান্দিয়া॥ ৪০
সোপন দেখিলো গোসাই হে
এহি কন্যাৰ কাৰনে।
হইল সংগ্ৰাম বড় গোবিন্দেৰ সনে॥ ৪১
কোটি কোটি দানৱ সেনা হে
গোসাই বধিল শ্ৰীহৰি।
দানববিনাস কাজে জন্মিলা কুমাৰি॥ ৪২
মহাদেৱৰ কথা কহোঁ হে
জে তোমাক দিলা ৰৰ।
তিনি দেৱ ভিন নোহো ব্ৰহ্মা হৰি হৰ॥ ৪৩
কেহো স্রজে কেহো পালে হে
কেহো সংহাৰে আপুনা।
সংসাৰ ভাণ্ডিতে ফুৰে এহি তিনিজনা॥ ৪৪
ৰাৱনক বৰ দিলা হে

হৰ ৰূপে নাৰায়নে।
ৰাম ৰূপে সংগ্রামে বধিলা সেইজনে।। ৪৫
নাজানি সকল দেৱে হে
গোসাই কি কৈল জুগুতি।
দানববিনাসসে কন্যাৰে উতপতি॥ ৪৬
আপদ খণ্ডোক গোসাই হে
হৰি হৰি কৰিয়ো আদেস।
আলক্ষনি কন্যা কৰো জলত প্রবেস॥ ৪৭
কোপে জলে দানৱ ৰাজা হে
সুনি ধাইৰ বচনে।
কহে পিতাম্বৰে শ্রীহৰি পৰসনে॥ ৪৮
**লাছাৰি ঃ বৰাড়ি ৰাগ ঃ দিৰ্ঘ ছন্দ॥**

বাণাসুৰৰ গৰ্ব্ব-বাণী

কোপে জলে বানাসুৰ কে আসিব মোৰ পুৰ
পাথৰে বান্ধিলা কাৰ কন্ধ।
জিনিলো মঞে তৃভুবন বোল আছে কোনজন
কে কৰে আমাৰ সনে দন্দ॥ ৪৯
সুন ধাই আভাগিনি কেনে বোলা হেন বানি
কেন হেন বোল আজুগুতি।
আছোক জুঝিব ৰণে জদি মোৰ নাম সুনে
পলাআ বা যাইব কোন ভিতি॥ ৫০
কাহাৰ পৰানে মোৰ পসিব সোনিতপুৰ
কি কৰিতে পাৰে যদুগনে।

কোপ কৰি সিংহ আছে    হৰিন আসিব কাছে
হেন বোল লয় তোৰ মনে ॥ ৫১
জুঝে ইন্দ্ৰ কোপমনে    প্ৰহাৰিয়া বজ্ৰবাণে
কুলিস ভাঙ্গিবো একে চোটে।
জত দেৱ সেনাগন    আগ বাড়ি দেহ ৰন
সকলে বধিবো গোটে গোটে ॥ ৫২
কাম্পে জাক ত্ৰিভুবন    হেনজনা কৰে ৰন
কোপ কৰি হাতে লৈয়া দণ্ড।
মহাদেৱ পৰসনে    খেদো দেখ জনে জনে
হানিয়াসে বান পৰচণ্ড ॥ ৫৩
চন্দ্ৰ সূৰ্য্য হুতাশন    আৰ দেৱ সমিৰন
গ্ৰহগন জুঝিল আপুনে।
জলপতি ধনেস্বৰ    জক্ষগন বিদ্যাধৰ
সংগ্ৰামে বধিছো জনে জনে ॥ ৫৪
গন্ধৰ্ব্বগন কৰি চুৰ    গৈলো তেবে নাগপুৰ
জিনি আইলো সপত পাতাল।
সপ্তদ্বিপা বসুমতি    তাতে জত নৰপতি
তাৰাসবে দিবা ধনমাল ॥ ৫৫
দেৱ কাম্পে জাক ডৰে    কি কৰিতে পাৰে নৰে
দেখ মোৰ ভুজ পৰচণ্ড।
কি কৰিব বিমঙ্গলে    কে আছে সংগ্ৰামতলে
মোৰ আগে ৰহে এক দণ্ড ॥ ৫৬

সুন ৰে ধাই আভাগিনি কেনে বোল হেন বানি
কোনজনা মোহোৰ উপৰে।
মৰিবাক কৰে সাধ মোৰ সনে কৰে বাদ
কেনে কন্যা ভসাইবো সাগৰে॥ ৫৭
সাগৰেব হেন জিউ. বুড়াইবে মোহোৰ ঝিউ
আপুনে নাজানে নদিপতি।
মনুষ্য হুয়া শ্ৰীৰাম বান্ধিয়া সাধিলা কাম
আমি ত্ৰিভুবনঅধিপতি॥ ৫৮
অৰে ধাই তোৰ বোলে কোপে মোৰ প্ৰাণ জলে
মোৰ সঙ্কা নাই তৃভুবনে।
মান্য চিনি জাহ ঘৰ কহে কৰি পিতাম্বৰ
শ্ৰীহৰিচৰণ পৰসনে॥ ৫৯

॥ পদ ॥ বৈসম্পায়নে বোলে কথা সুনা নৰপতি।
আৰোবাৰ বানাসুৰ কোপে বোলে আতি॥
অৰে ধাই সংসাৰে হেন কি আছে বিৰ।
জুঝিবো সহস্ৰ ভূজে কোনে হুইবে থিৰ॥ ৬০
তৃভুবন জিনিয়া নাপালো জেবে ৰন।
কৈলাসকে গৈলো জথা আছে তৃনয়ন॥
গোচৰ কৰিলো তবে সঙ্কৰেৰ আগে।
হাজাৰেক বাহু মোৰ সৈল্য হেন লাগে॥ ৬১
যত ভুজবল মোৰ সবে অকাৰণ।
সংগ্ৰাম নাপাইলো খুজি এ তিনি ভুবন॥

হাসিয়া সঙ্কৰে তেবে বুলিলা মোহোকে।
পূৰ্ব্বেজে ময়ুৰধ্বজ দিআ আছো তোকে॥ ৬২
সেহিতো ময়ুৰধ্বজ ভাঙ্গিবে জৈসানে।
পাইবে সংগ্ৰাম বড় গোবিন্দেৰ সনে॥
এখনে স্তুনিলো ধ্বজ পড়িল ভাঙ্গিয়া।
জুঝিবেক কোন বিৰ আইসোক সাজিয়া॥ ৬৩
ৰক্ত নাহি পিৱে বহু দিন মোৰ বান।
আইসোক গোবিন্দ তাৰ লৈইবোহো পৰান॥
চলহ পামৰি ধাই আপুনাৰ ঘৰ।
হৰি পৰসনে কহে কৰি পিতাম্বৰ॥ ৬৪ ॥※

॥ পদ ॥ বৈসম্পায়নে বোলে কথা স্তুনা নৰপতি।
ৰজাৰ বচনে ধাই ডৰাইল আতি॥
উসাৰ চৰিত্ৰ আৰু ৰূপ-যৌৱন
কম্পিতে কম্পিতে গৈলা আপুনাৰ ঘৰে।
উসাৰ চৰিত্ৰ কহো স্তুনা আত পৰে॥ ৬৫
আতি হৰিসিত বানাস্তুৰ দৈত্যপতি।
উষা সময়ত কন্যা হইল উতপতি॥
উসা নাম থৈলা তেবে বিধি ব্যেৱহাৰে।
বাঢ়ে উসা কন্যা তেবে বাপেৰ মন্দিৰে॥ ৬৬
বাৰহ বৰিস নৱ জোৱন প্ৰবেস।
জলধৰৰুচিৰ কুটিল নিল কেস॥
বান্ধিলা চিকুৰ দিয়া মুকুতাৰ জালি।
অভিনৱ মেঘে জেন পড়িলা বিজুলি॥ ৬৭

মালতি কুসুমহাৰ সোভে আসেপাসে।
নৈক্ষেত্ৰ মণ্ডলে জেন সঘনে আকাসে॥
সিখত সিন্দুৰ জেন বিধুম হুতাস।
তিমিৰ খণ্ডিয়া জেন ৰবিৰ প্ৰকাস॥ ৬৮
ললাটে কুসুমপত্ৰ দ্ৰুমদল ধনু।
কাজলেৰ গুন জেন থাপিলা সুতনু॥
নয়ন বিসেখে আতি দিয়া ৰে সন্ধান।
বিধি লোভ জাই কিবা আনেৰ বখান॥ ৬৯
নাসা তিল কুসুম ফুলিল পৰতেক।
সঙ্খ জিনি কণ্ঠতে তিমিৰ তিনি ৰেখ॥
অধৰ সুন্দৰ জেন ফুলিল পাৰলি।
দন্ত কুন্দকড়ি যেন গান্থি আছে মালি॥ ৭০
পলাস কুসুম জেন ফুলিল গহনে।
তাহাক জিনিয়া উষাৰ এ দুই শ্ৰৱণে॥
ৰতন কুণ্ডল দুই দোলে গণ্ডস্থলে।
দুই ৰৱি আনল কমল হৈল কোলে॥ ৭১
দুই বাহু শোভে জেন মৃনাল সোনাৰ।
ৰতন কুণ্ডল জেন নৱ কণ্ঠাহাৰ॥
ৰতন কুণ্ডলসে ভুজেৰ আভৰন।
মৃনাল মিলিল জেন সহস্ৰকিৰণ॥ ৭২
চম্পককোৰক জেন দস কৰসাখা।
পিন্ধিলা আঙ্গুঠি স্বৰ্ন্ন নাহি লেখা-জোখা॥

চাৰু পয়োধৰ জুগে বদন সোনাৰ।
তাহাৰ কণ্ঠত সোভে মুকুতাৰ হাৰ॥ ৭৩
এ গন্ধচন্দনে পয়োধৰ কৈল ভুৰি।
মৰুয়া কাঞ্চলি কুচ ঢাকিলা সুন্দৰি।
ৰুচিৰ কমলমালা দিয়াতে সুন্দৰি।
নেতেৰ বসনে তাতে আভৰণ কৰি॥ ৭৪
আতি কৃসোদৰি সিংহ জিনি মধ্যাখিনি।
পয়োভৰে ভাগ্যৱতি কঙ্কয়ে কিঙ্কিনী॥
উৰু গুৰু ৰামকল কৰিকৰ নিন্দে।
চৰণ দেখিয়া লজ্জা পাইলা অৰবিন্দে॥ ৭৫
দুতিআৰ নিস্কলঙ্ক জেন সুধানিধি।
কে জানে কতেক জন্মে নিৰমিল বিধি॥
আতি নিৰিমল নখাৱলি সুকুমাৰি।
চৰনে ৰঞ্জিত চাৰু কনক মঞ্জৰি॥ ৭৬
পিন্ধিল বলআ পৰিধান নেত বাস।
অমৃতমধুৰ মনোহৰ তান হাস॥
কোকিলকাকলি জেন মধুৰস বানি।
প্ৰমত্ত মাতঙ্গ জেন চঞ্চলনয়ানি॥ ৭৭
বসন্তৰ সমাৰোহ
সিসিৰ খণ্ডিল সেযে জৌৱন আগুসাৰ।
বসন্ত সময় কিছো মদনবিকাৰ॥
ভুবনমোহন ৰূপ মুখে তান হাসি।
চুত মঞ্জৰিল বিকসিত বনৱাসি॥ ৭৮

লৱঙ্গ মধাইলতা আৰ পাৰিজাত।
অসোক কিংশুক আনো ফুল অসংখ্যাত॥
মকৰন্দ পৰাগ ৰঞ্জিত মহিতলে।
জাত ঠেকি সমিৰন হৈল হিনবলে॥ ৭৯
পুষ্পৰেণু পুষ্পৰস সৰিৰতে লাগি।
থিৰে থিৰে সমিৰ সঞ্চৰে অনুৰাগি॥
ভ্ৰমৰা গুঞ্জৰে উনমত মধুপানে।
পুৰিল সকল দিস কোকিলনিসানে॥ ৮০
তৃভুবনমোহন আনন্দ মধুমাসে।
সংসাৰ জুড়িয়া লোকে কামঅভিলাসে॥
দানৱনন্দনি উসা হেনয় সময়।
গহনে বেড়াইতে হেন ধৰিলা হৃদয়॥ ৮১
সখিগন সঙ্গে ৰঙ্গে কৰিয়া সুবেস।
কুসুমিত কাননে কুমাৰি পৰবেস॥
বনমাঝে কেলি কৰে হৰিনা হৰিনি।
জথা তথা বাসা তোলাই পক্ষিয়া পক্ষিনি॥ ৮২
দেখিয়া কুমাৰি উসা হাসে সখিসঙ্গে।
গহনে বেড়ায় হাসলাস কেলিৰঙ্গে॥
হেন বেলা সেহি বনে আইল উমাপতি।
মদনমোহন ৰূপ অনুপাম আতি॥ ৮৩
পুৰুবৰ ৰূপসে ভুষন পৰিহৰি।
কামে উনমত হুয়া আইল হৰ গৌৰি॥

হৰেৰ মুৰুতি কহো স্নুনা সাৱধানে।
কহে পিতাম্বৰে নাৰায়ন পৰসনে॥ ৮৪॥

॥ লাছাড়ি॥ * ৰাগ ভাটিয়ালি॥

ফুলবনত হৰ-পাৰ্ব্বতীৰ কাম-কেলি

চৈত্ৰ মাহে ঠাকুৰ আসিলা হে
দেৰি ঠাকুৰানি ভোলা।
সঙ্গেসে তৰুনি
ছাড়িয়া ভূতেৰ মেলা॥ ৮৬
সাপ ছাড়িয়া জটা খসায়া বান্ধে ৰে মাথাৰ চুল।
আসেপাসে দিয়াসে মাধৱিলতা ফুল॥
গঙ্গা তেজিয়া পিন্ধে ৰে মালতি গোটাগোট।
কপালে তিলেক ৰে ছাড়িয়া চান্দেৰ ফোট॥ ৮৭
ভসম ধুআই চন্দন লেপিয়া সৰ্ব্বগাৱ।
গজমুকুতাৰ হাৰ পিন্ধিয়া গলায়॥ ৮৮
কণ্ঠে আগৰৰ ৰেখা গৰল কৰিয়া দুৰ।
কৰ্ন্নত কুণ্ডল সোভে পাৱত নুপুৰ॥ ৮৯
সিঙ্গা ডমৰু তেজিয়া মন্দিৰা লৈয়া হাতে।
ঠাকুৰে মদনমোহন গিত গায় স্নুখে॥ ৯০
হৃদয়ে পাৰিজাত ফুল তেজিয়া হাড়ৰ মালা।
নেতেৰ পাটন পিন্ধে ৰে তেজিয়া বাঘেৰ ছালা॥ ৯১
দুই আখি কমলেৰ পাত এ আড়নয়নে চায়।
ধুথৰা তেজিয়া মধু পিয়ে ধামালি খেলায়॥ ৯২

বৃসভ তেজিয়া ৰথে চড়িয়া আইল ফুলবনে।
কহে কৰি পিতাম্বৰে হৰি পৰসনে ॥ ৯৩ ॥ *

॥ পদ ॥ বৈসম্পায়নে বোলে কথা সুনা নৰপতি।
কুসুমিত বনে জেবে আইল উমাপতি ॥
মদনমোহন ৰূপ দেৱ তৃনয়ন।
দেখি দিব্য নাৰিগন কামে অচেতন ॥ ৯৪
এক অপেস্বৰি চিত্ৰলেখি তাইৰ নাম ॥
সঙ্কৰৰ ৰূপ আতি দেখি অনুপাম ॥
মদনে মোহিল চিত্ত নাৰে ধৰিবাৰ।
গৌৰিত অধিক ৰূপ কৈল আপুনাৰ ॥ ৯৫
মদনে বিকল তেবে ভৈল উমাপতি।
হাসে মহামায়া দেখি সঙ্কৰেৰ গতি ॥
দেৱি আজ্ঞা কৈল জত আছে অনুচৰ।
সকলে ধৰোক ৰূপ জেহেন সঙ্কৰ ॥ ৯৬
ঠাকুৰে লফৰে জেবে হৈল একাকাৰ।
দেৱি বোলে চিত্ৰলেখা মনে কৰা সাৰ ॥
কোনজনা সঙ্কৰ হউক তোৰ চিত্তে।
তাৰ সনে কেলি কৰ ঝাণ্টে হৰিসিতে ॥ ৯৭
লাজে চিত্ৰলেখা তেবে কৈল হেঠমাথা।
আতি হাষ্য সবদ উঠিল বড় তথা ॥
নানা কেলিকৌতুকে সঙ্কৰে হেন মনে।
সঙ্গতি ভৱানিদেৱি ফুৰে ফুলবনে ॥ ৯৮

দেৱিৰ সহিতে কেলি হৈল জেবে তথা।
হেন সময়ত উসা আসিলন্ত তথা॥
দূৰ হন্তে দেখে অনুপাম্ন এক ৰথ।
পুৰুসেক দিব্য ৰথে ভৱানি লগত॥ ৯৯
আৰ দিব্য কন্যায় বেড়িলা আসেপাসে।
উনমত পুৰুস মদন্‌কেলিৰসে॥
দেখিয়া কুমাৰি উসা হাসে মনে মনে।
ধন্য তিৰি পুৰুষ ক্ৰড়াজে কৰে ৰনে॥ ১০০
হেনয় সময় জাৰ কোলে নাহি পতি।
গলায় কটাৰি দিয়া মৰ সে যুৱতি॥
বসন্ত সময় জাৰ কোলে নাহি পতি।
আকাৰনে প্ৰান ধৰে সেহিসে জুৱতি॥ ১০১
ৱসন্ত সময় জাৰ স্বামি নাহি কোলে।
গলাত পাথৰ বান্ধি মৰুক সেহিজনে॥
কথাৰ পুৰুষ সেজে তৃভুবনে সাৰ।
জিৱন জোবন ধন্য সাফল তাহাৰ॥ ১০২
ব্যেৰ্থা মোৰ জন্ম হয়া ৰাজাৰ কুমাৰি।
হেন কালে কাননে বেড়ায়ো একেশ্বৰি॥
মনে উসা আসুক ভাৱিল জেতিক্ষন॥
দুৰে থাকি গোসানি তাহাক কৈলা মন॥ ১০৩
উসাৰ চৰিত্ৰ দেখি হাসে মহামায়া॥
চিত্ৰলেখা দিয়া তাক আনিল ডাকিয়া॥ ১০৪

॥ ভাঠিয়ালি ৰাগ ঃ লাছাড়ি দির্ঘ ছন্দ ॥

কাম-কেলি দেখি বিষাদ-বিমনা উষা

বিসাদবিমন উসা হে
সময় মধুমাসে।
ই হেন সময় মোৰ স্বামি নাহি পাসে ॥ ১০৫
ফুলিল সকল ফুল হে
কোকিলে 'কাড়ে ৰাৱ।
ধিৰে ধিৰে মলয়া সিতল বহে বাৱ ॥ ১০৬
পুৰিল সকল দিশ হে
হৰি হৰি ভ্ৰমৰে কৰে ৰোলে।
সাফল জিৱন জাৰ প্ৰাননাথ কোলে ॥ ১০৭
জে নাৰি পুজিলা গৌৰি হে
সোনাৰ পাঞ্চফুলে।
কিবা ৰাতি কিবা দিন তাৰ জাই ভালে ॥ ১০৮
মঞিঁসে পাপিনী উসা হে
হৰি হৰি কত কৈলো পাপ।
সবে সুখ স্বামি নাহি মন কৰে তাপ ॥ ১০৯
কি কাৰ্য্যে চন্দন মোৰ হে
হৰি হৰি কুসুমেৰ হাৰ।
সকল ভুষন মোৰ লাগোক ছাৰখাৰ ॥ ১১০
আজি কেন তাপ কৰে হে
হৰি হৰি পৱন সিতল।
কৰ্প্পূৰ তাম্বুল জেন খায়াছি গৰল ॥ ১১১

ধন্য ধন্য তিৰি তোৰা হে
হৰি হৰি পুৰুসেৰ কোলে।
স্বামি সঙ্গে কেলি কৰে জনমেৰ ফলে॥ ১১২
হেন কি দুল্লভ সুখ হে
হৰি হৰি পাইবো কেমনে।
কহে কৰি পিতাম্বৰে হৰি পৰসনে॥ ১১৩॥*॥

॥ পদ ॥ বৈসম্পায়নে বোলে কথা সুনা নৰপতি।
হৃদয় নালৰে সুখ বানেৰ দুহিতি॥
মনে উসা আসুখ ভাবিলা জেতিখন।
সঙ্কৰ সহিতে মহামায়া কৈল মন॥ ১১৪
উসাৰ চৰিত্ৰ দেখি হাসে মহামায়া।
কামসেনা দিয়া তাকে আনিলা মতায়া॥
দেৰি বোলে উসা তুমি নাচিন আমাক।
দিআছি তনেৰ খিৰ তোমাৰ পিতাক॥ ১১৫
আমিসে পাৰ্ব্বতি হেৰ দেখ সুলপানি।
বাপেৰ সম্বন্ধে তঞি হইস নাতিনি॥
আমাৰ কেলিৰস দেখি তোৰ লয় মনে।
এহিমতে তুমিও ফিৰিবা স্বামি সনে॥ ১১৬
বৈশাখ মাসেৰ শুক্লপক্ষ দোআদশি।
দিনক্ষয় চন্দ্ৰমা উজ্জ্বল আতি নিসি॥
সোপনে তোহোৰ পুৰিবেক অভিলাস।
সেহিজন স্বামি তোৰ হুইবে আৱস॥ ১১৭

উষাৰ মন বুজি হৰ-পাৰ্ব্বতীৰ পতি-বৰ-দান, উষাৰ সখী চিত্ৰ-লেখা অপ্সৰী

আৰ কথা স্থনা উসা আদেস মোহোৰ।
আজি হন্তে চিত্ৰলেখা সখি হোক তোৰ॥
তোমাৰ মনেৰ কাৰ্য্য সে দিব সাধিয়া।
হৰিসিত হৈল উসা এ বোল স্থনিয়া॥ ১১৮
উসা বোলে ধন্য ধন্য জনম আমাৰ।
আনাদি জনমে তপ কৰিলো আপাৰ॥
দেখিলো সঙ্কৰ গৌৰি আপুন নয়নে।
মোৰ সম নাৰি কোন আছে তৃভুবনে॥ ১১৯
উসা বোলে নমো হৰ নমো মহামায়া।
নমো মহেস্বৰ নমো গিৰিৰ তনয়া॥
নমো তৃনয়ন নমো ভগৱানি।
জগতজনক নমো জগতজননি॥ ১২০
প্ৰনাম কৰিলা উসা তুমিত পৰিয়া।
সঙ্কৰ সহিতে তুষ্ট ভৈল মহামায়া॥
আপুনে গোসানি পাৰিজাত মালা লৈয়া।
উসাৰ গলাতে দিল হাসিয়া হাসিয়া॥ ১২১
বৰ পায়া উসা হৈল প্ৰসন্নবদন।
চিত্ৰৰেখা ৰথ হইতে নামিলা তেখন॥
আলিঙ্গন চুম্বন কৰিলা প্ৰানসখি।
আজি হন্তে প্ৰান মোৰ হুইব সসিমুখি॥ ১২২
কাৰ্য্যপ্ৰয়োজনে মোক কৰিহ স্বৰন।
তেতিখনে তুমি মোক পাইব দৰিসন॥

থাক প্রানসখি দায়া নাছাড়িবা মনে।
এহি বুলি ৰথে চড়ি লভিলা তেখনে॥ ১২২
পার্ব্বতি সহিতে হৰ লড়িলা কৈলাসে।
চিত্রৰেখা পৰৱেস আপুন আন্তাসে॥
বৰ পায়া উসা আইল আনন্দিত মনে।
ঘৰকে আষিলা তেবে লৈয়া সখিগনে॥ ১২৩
আপুন আন্তাষে উসা আইল হৰিসিতে।
সখিগন লৈয়া থাকে নাট নৃত্য গিতে॥
যক্ষিণী কাম- সেনাৰ মাযাত অনিৰুদ্ধৰ মদন-স্বপ্ন
বৈসম্পায়নে বোলে কথা স্ুনা নৰপতি।
কৈলাসকে গৈলা জেবে সঙ্কৰ পার্ব্বতি॥ ১২৫
একদিনা বিৰলে বসিলা মহামায়া।
কামসেনা জক্ষিনিক আনিলা মতায়া॥
দেৱি বোলে কামসেনা ধৰ গুৱাপান।
কহিছি গুপ্তেৰ কথা কৰ অৱধান॥ ১২৬
উসাৰ স্বৰূপে চল দ্বাৰকানগৰ।
সোপনে চলিয়া আইস কামেৰ কুমৰ॥
হেনমতে দেখা দিস কামে জেন পোড়ে।
উসা বিনে মনে জেন আন নাহি পড়ে॥ ১২৭
আলিঙ্গনে চুম্বনে মোহিবি ভালমতে।
উসা বিনে মনে জেন ভাবে দিনে ৰাইতে॥
দেৱিৰ বচন স্থুনি ৰাক্ষসি জক্ষিনি।
উসাৰ সদৃশ ৰূপ ধৰিলা তেখনি॥ ১২৮

ভৱানিৰ চৰনে কৰিলা পৰনাম।
দিব্য আভৰন পিন্ধে নাহিকে উপাম॥
কস্তুৰি চন্দনে অঙ্গ কৰি বিভুসিত।
বান্ধিলা লোটন খোপা মনে হৰসিত॥ ১২৯
নেতেৰ বসন পিন্ধি হাতে লৈলা বেণু।
কুচ জুগে লেপিলা কেঁসৰ পুষ্পৰেনু॥
চন্দনতিলক দিল মধ্যত অগৰু।
কুচেৰ উপৰে পৰিধান নেত সৰু॥ ১৩০
কটাক্ষে ভাঙ্গিতে পাৰে মুনিৰ ধিয়ান।
সৰিৰেৰ পৰি মন জাগে পঞ্চবান॥
আসিল মুৰুতি ধৰি চৰি দিব্য ৰথে।
দেৱিৰ আদেসে চলে গগনেৰ পথে॥ ১৩১
দুই দণ্ডে প্ৰৱেসিলা দ্বাৰকানগৰি।
দিন অস্ত গৈলা তেবে প্ৰবেসিলা পুৰি॥
জথা আছে অনিৰুদ্ধ কামেৰ কুমাৰ।
কামসেনা চলিলা কুমৰ ছলিবাৰ॥ ১৩২
সোনাৰ খাটত অনিৰুদ্ধ পাৰে নিন্দ।
ৰজনিত মুদিত নয়নঅৰবিন্দ॥ ১৩৩
কুমৰেৰ স্বৰুপে আঞোঁসে সোভা কৰে।
সৰতেৰ চন্দ্ৰ জেন সুমেৰুসিখৰে॥
চাৰিভিতি বসি আছে সব নাৰিগনে।
প্ৰহৰ ধৰিছে সবে পৰম জতনে॥ ১৩৪

কেহো কেহো চামৰ ঢুলায় ধিৰে ধিৰে।
কেহো চাপে চৰনকমল ডুই কৰে॥
কোলাত বসিয়া কোহো সুখানিন্দ জাই।
কেহো গন্ধচন্দনে লেপিত সৰ্ব্ব গাৱ॥ ১৩৫
হেন কালে কামসেনা হইল প্রবেস।
সমাইল ঘৰেৰ মাঝে দেৱিৰ আদেস॥
পাতিলা মোহনি মায়া সবে নিন্দ পৈল।
ধিৰে ধিৰে কুমৰৰ পাস ছাপি গৈল॥ ১৩৬
হৰিবংশ পুন্য কথা আনন্দউদয়।
সুনিলে সকলে সুখ বৈৰি ক্ষয় হয়॥
খণ্ডিব বিঘিনি জেবে সুনে এক মনে।
হৰি পৰসনে কৰি পিতাম্বৰে ভনে॥ ১৩৭ ॥*॥

॥ **ৰামগিৰি ৰাগ ঃ লাছাৰি নাট ছন্দ** ॥

কামসেনাৰ ৰতি-তনু

স্বৰ্গ ছাড়িয়া কামসেনা হে
নামিলা ভূমিতে।
ধৰিলা উসাৰ বেষ কুমৰ ছলিতে॥ ১৩৮
কৰ্পূৰ তাম্বুল মুখে লাহাৰি খেলায়।
কুমৰ সমুখে এ আড়নয়নে চায়॥ ১৩৯
খসায়া লোটনি ৰে পিঠিত পড়ি লোলে।
আৰবাৰ বান্ধে দিয়া মালতিৰ ফুলে॥ ১৪০

অঙ্গমোৰা দিয়া কন্যা দুই হাত তুলিয়া।
কনক কটোৰ কুচ দেখায় হাষিয়া॥ ১৪১
খনো আইসে খনো জায় খনো থাকে বৈআ।
সমুখে থাকয় খনো হুয়া মহালজ্জা॥ ১৪২
ছলিতে নাজানে ক্ষেনে জাই কোন ভিতি।
আকাৰনে হাসে ক্ষেণে ক্ষেণে কোপমতি॥ ১৪৩
খসায়া কুণ্ডল আৰবাৰ পিন্ধে কানে।
খেনে খেনে আগে বৈআ কিবা বোলে মনে॥ ১৪৪
দেখিয়া কুমাৰমন পোড়ে ৰে কামসৰে।
আঞ্চোলে ধৰিয়া সে মিনতি বোল হাসে॥ ১৪৫
প্রান ৰাখ সসিমুখি আলিঙ্গন দিয়া।
কহে পিতাম্বৰে হৰিচৰণ বন্দিয়া॥ ১৪৬ ॥*॥

## ॥ পটমঞ্জৰি ৰাগ ঃ লাছাড়ি দিৰ্ঘ ছন্দ

ৰতি-কাতৰ অনিৰুদ্ধ কুমাৰ

স্তুন স্তুন হে খঞ্জননয়নি প্রান ৰহে কোনমনে।
তোক দেখি তনু মোৰ অস্থিৰ আকুল মদনবানে॥ ১৪৭
চান্দ জিনি তোৰ মুখ মনুহৰ
অধৰ লম্বিত আৱাসে।
বিড়ম্বনে তোৰ এ মনচকোৰ
আকুল হৈল পিয়াসে॥ ১৪৮

দৰসন দিয়া নাজাস ভাঙ্গিয়া
আৰ কি জিৱন বহে।
পুৰুষবধিনি স্ত্ৰী বৰ পাপিনি
মুনিগনে হেন কহে॥ ১৫০
নয়নসৰে তনু মোৰ জৰ্জ্জৰ
কত কোপ তোৰ আছে।
আলিঙ্গন দিয়া লৈ জাস কিনিয়া
প্ৰান জোনো জায় পাছে॥ ১৫১
মদনসপে তনু মোৰ দংসিল
নাহি আন পৰকাৰ।
তাৰ বিসে মোৰ তনু বিয়াকুল
ঔসধ তোৰ শৃঙ্গাৰ॥ ১৫২
তোৰ দৰসনে কাম দুৰজনে
মনহংস কৈল বন্দি।
লোভপাসজড়ি বান্ধে ভিড়ি ভিড়ি
এড়াইতে নাহিকে সন্ধি॥ ১৫৩
জত বোল বুলি শ্ৰবনে নাস্থনি
কি ধনি নিষ্ঠুৰ আতি।
কোন বিধি তোৰ তনু সৰজিল
পাথৰে বান্ধিয়া মতি॥ ১৫৪
দোষ থাকে জেবে দণ্ড কৰ তেবে
বান্ধিয়া এ ভুজপাসে।

হৰি পৰসনে পিতাম্বৰে ভনে
নাকৰ প্ৰাণ নৈৰাসে ॥ ১৫৫ ॥ ** ॥

॥ পদ ॥ বৈৰসম্পায়নে বোলে কথা সুনা নৰপতি।
অনিৰুদ্ধ-কামসেনাৰ ৰতি-ক্রীড়া
অনিৰুদ্ধে বোলে ৰোস নাকৰ জুৱতি ॥
জত ধন জন মোৰ তোমাৰ অধিন।
সুৰতি আমোল ধন দিআ মোকে কিন ॥ ১৫৬
মোৰ তিৰিসব দাষি মঞিঁ তোৰ দাস।
আলিঙ্গন দিআ প্ৰাণ নাকৰ নৈৰাস ॥
তুমিসে ৰতন মোৰ সংসাৰতে সাৰ।
সকল সম্পদসে তোমাৰে অধিকাৰ ॥ ১৫৭
জে হৰি স্ৰজিলা তৃভুবন দিৱা ৰাতি।
তৃভুবনঠাকুৰ আমিসে তাৰ নাতি ॥
হেন নাৰায়নৰ আমিসে তান প্ৰান।
সকল দ্বাৰকাপুৰি আমিসে প্ৰধান ॥ ১৫৮
জেবা সব বোল তাক কৰিবো জতনে।
প্ৰান জাই তৰুনি জিৱন জাই জোনে ॥
তৃনহাতে ধৰি বোলে নিকটে কন্যাৰ।
মদনসাগৰে মজো হয়া ৰে কণ্ডাৰ ॥ ১৫৯
কতোক্ষনে কুমাৰ উঠিলা কামভোলে।
আঞ্চোলে ধৰিয়া সে কামিনি লৈলা কোলে ॥

লোমাঞ্চ ভাৰিনি কাম্পে সকল সৰিৰ।
তনু স্বস্ত স্ম্পট বদনে শ্ৰৱে নিৰ॥ ১৬০
ৰতিৰস বিসেস কহিতে নাজুআই।
পড়িব পাঞ্চালি গুৰুগৌৰৱ সভায়ে॥
মায়াঅতি জক্ষিনি কুসল ৰতিৰসে।
কুমাৰ মদনসাস্ত্রে পণ্ডিত আৰসে॥ ১৬১
একে কলাৰতি আৰো গৌৰিৰ আজ্ঞায়।
প্ৰতি প্ৰতি ৰতিতনু ধৰিলা তথায়॥
সকল ৰজনি নিৰন্তৰ ৰতিৰঙ্গে।
দুইহানো হৃদয় আতি ভেদিল অনঙ্গে॥ ১৬২
অনন্তৰে জক্ষিনি নাগেৰি মায়ামতি।
মোহিমা কুমৰ মদনসৰে আতি॥
বস্ত্র লৈয়া ৰথে চড়ি গৈলন্ত কৈলাস।
হেন কালে নিসিমুখে সুৰ্য্যেৰ প্ৰকাস॥ ১৬৩
জাগিল কুমৰ পায়া মদনহুতাস।
কথা গৈল কন্যা বুলি চাৰে আসপাস॥
উদ্যান মন্দিৰে পালিঙ্গীৰ তলে চাহে।
কন্যা নাদেখিয়া পাইলা আতি কামমোহে॥ ১৬৪
কন্যা কথা গৈল বুলি ক্ষেনে জায় ধায়া।
একো থানে সতবাৰ আসে চায়া চায়া॥
হৰিবংশ পুন্য কথা উসাপৰিণয়।
হৰি পৰসনে পিতাম্বৰে বিৰচয়॥ ১৬৫ ॥*

॥ ৰৱাড়ি ৰাগঃ লাছাড়ি মধ্য ছন্দ ॥

অনিৰুদ্ধৰ কাম-মোহ

সোপনে কি হুয়া গৈল হে
এড়িয়া গৈলা মোৰে।
কোন ছাৰ পামৰে কন্যা বঝাইলো তোমাৰে ॥ ১৬৬
এখানে আছিল কন্যা মোৰ কোলাত বসিয়া।
কোন দেৱে লয়া গৈল হাতেৰ কাড়িয়া ॥ ১৬৭
সকল ৰজনি সে বঞ্চিলে মোৰ সঙ্গে।
ৰতিৰঙ্গ ছাড়িয়া লুকাইলে কোনখানে ॥ ১৬৮
ৰঞ্জনিৰ কথা সে
সকল পাসৰিয়া।
কি তোৰ কপট হিয়া লুকাইল তাপ দিয়া ॥ ১৬৯
আৰ কি পৰান ৰহে
তোমা অবিহনে।
তোমা বিনে প্ৰাণ আৰ ৰহিব কেমনে ॥ ১৭০
শ্ৰবন বিকল মোৰ হে
সে কথা স্নুনিতে।
নয়ন বিকল মোৰ তোমা নাদেখিতে ॥ ১৭১
মনমধুকৰ মোৰ আকুল পিয়াসে।
তনু ছাড়ি নাজাই অধৰমধুআসে ॥ ১৭২
কি দোষ দেখিয়া গৈলা কপটে ভাণ্ডিয়া।
মন প্ৰান লৈয়া সে সৰিৰখানি থুআ ॥ ১৭৩

সৃব তাপ খণ্ডে মোৰ হে
তোমাৰ দৰসনে।
কহে কৱি পিতাম্বৰে হৰি পৰসনে॥ ১৭৪ ॥*॥

॥ বৰাড়ি ৰাগঃ লাছাড়ি দিৰ্ঘ ছন্দ ॥

অনিৰুদ্ধৰ দেশান্তৰী বেশধাৰণ

কুমৰ বিৰহে কান্দে কাহাকো সামতি নাদে
কাল হৈআ গৈল মোৰ ৰাতি।
সোপনে পৰান লৈয়া কথানু লুকাইলে পৃয়া
হেন কি দাৰুন তিৰিজাতি॥ ১৭৫
আপুনি জুৱতি সঙ্গে আছিলো মঞি ৰতিৰঙ্গে
কথা হন্তে আইলে আভাগিনি।
কপটেসে দিআ ৰতি বিকল কৰিলে মতি
দিআ মোকে বিৰহআগুনি॥ ১৭৬
ধৰিতে নাপাৰো বুক মদনদহনদুখ
স্মৰিয়া হৃদয় ধৰো কেনে।
নিৰমিল লোকপতি পাথৰে বান্ধিয়া মতি
সত্যে হেন লয় মোৰ মনে॥ ১৭৭
তোমাৰ বসতি যথা নাপুছিলো তাৰ কথা
কাহাৰ নন্দনি কোন দেশে।
আছিলো মদনভোলে তোমাক কৰিআ কোলে
আছিলো মদন ৰতিৰসে॥ ১৭৮

ঘৰে মোৰ নাহি কাজ ভ্ৰমিবো সকলে ৰাজ
জাৱে নাহি তোমা দৰসনে।
তাৱে বোলো সসিমুখি মৰিবো গৰল ভক্ষি
তেবে তোৰ সুখ হৈব মনে॥ ১৭৯
তেজিবো ৰতন ধন আৰ জত নাৰিগন
লড়িলো মঞি তোমাৰ উদ্দেসে।
উদ্দেস নাপায়ো জেবেঁ ঘৰকে নাসিবো তেবে
প্ৰান পৰিহৰিবো আৱস॥ ১৮০
বান্ধি জটাজুট সিৰে দণ্ড কমণ্ডলু কৰে
বাহিৰাইল কামেৰ কুমৰ।
নাৰায়ন পৰসনে কৱি পিতাম্বৰে ভনে
কৰিবাক উদ্দেস কন্যাৰ॥ ১৮১ ॥**॥

॥ পদ ॥ বৈসম্পায়ন কহে কথা সুনা নৰপতি।
লড়িলা কুমৰ কামে বিয়াকুল আতি॥
নাহি লাজ ভয় সে মদনে উনমত।
দেখিয়া ডৰাইলা অন্তেপুৰৰ কন্যা যত॥ ১৮২
হৰিক জনাইতে লোক ধাইল সত্বৰে।
প্ৰনাম কৰিয়া বোলে দেৱ গদাধৰে॥
চকিত নয়নে চাৱে বহে খৰশ্বাস।
দেখিয়া ত্ৰৈলোক্যনাথে কৰিলা আশ্বাস॥ ১৮৩

শ্ৰীকৃষ্ণৰ আশ্বাস-বাণী আৰু কুমাৰক ৰাখিবলৈ প্ৰহৰী-নিয়োগ

হৃৰি বোলে স্বস্তে কহ সঙ্কা ছাড়ি মনে।
মঞি থাকিতে কি কৰিতে পাৰে আনজনে॥
দুতগনে বোলে গোসাই স্থন জদুৰাজ।
অনিৰুদ্ধ লৈয়া প্ৰভু মিলিল আকাজ॥ ১৮৪
ৰজনিৰ অৱসানে আজি কামেৰ কুমৰ।
আচম্বিতে উঠিলা বিৰ হয়া চমকাৰ॥
কথাৰ আসয় প্ৰভু হেন লয়ে মনে।
কোনবা স্ত্ৰিৰ ভেট তেহে পাইল সোপনে॥ ১৮৫
জেমতে বঞ্চিলা ৰাতি কহে তাৰ কথা।
স্মৰিয়া স্মৰিআ বাড়ে তাৰ বিৰহেৰ বেথা॥
নাকৰে তোমাকে সঙ্কা কিবা নাহি লাজ।
ঘনে ঘনে কহে প্ৰভু সোপনৰ কাজ॥ ১৮৬
ক্ষেনে উঠে ক্ষেনে স্থতে ক্ষেনে ক্ষেনে বৈসে।
লক্ষে লক্ষে উদ্যান মন্দিৰে পৰবেসে॥
ক্ষেনেকে কন্যাকে চিন্তে হুয়া একমতি।
ক্ষেনে ক্ষেনে আলিঙ্গন কৰে বসুমতি॥ ১৮৭
কিবা কথা কহে তাক বুঝিতে নাপাৰি।
ক্ষেনে নিৰন্তৰে বহে নয়নেৰ বাৰি॥
ক্ষেনে লোমাঞ্চিত হয় সকল সৰিৰ।
স্তব্ধ হুয়া থাকে ক্ষেনে ক্ষেনে হয় স্থিৰ॥ ১৮৮
বিৰহেৰ চৰিত্ৰ বেকত সব অঙ্গে।
ক্ষিন ভৈলা কুমৰ সোপনৰতিৰঙ্গে॥

অৱসেসে ধৰিআ সে সন্যাসিৰ বেস।
জাত্ৰা কৈলা অনিৰুদ্ধ জাইবাক বিদেস॥ ১৮৯
হাতে দণ্ড কমণ্ডলু লয়া ভৈলা সাজ।
আপুন নাতিৰ কথা স্নুন জদুৰাজ॥
স্নুনিয়া নাতিৰ কথা তৃভুবনপতি।
অনিৰুদ্ধ উদ্দেসে লড়িলা সিঘ্ৰগতি॥ ১৯০
সন্যাসিৰ বেস অনিৰুদ্ধকে দেখিয়া।
হাসিয়া গোৱিন্দে কোলে ধৰিলা তুলিয়া॥
আলিঙ্গন কৰিআ চুম্বন কৈল হৰি।
হাসিয়া নাতিক তেবে প্ৰবোধে দৈত্যাৰি॥ ১৯১
হৰি বোলে অনিৰুদ্ধ নাভাণ্ডিস মোক।
কাহাৰ বিৰহে হেনৰিত দেখি তোক॥
লাজ পৰিহৰি মোকে সত্বৰে কৈআৰ।
মোৰ ঠাই লুকি নাই ইসব প্ৰকাৰ॥ ১৯২
জাকে মনে বাঞ্চিস আনিয়া দিবো তোকে।
কাৰ সনে নেহা কেনে নাকহিছ মোকে॥
লাজ পাইলা কুমৰ হৰিৰ কথা স্নুনি।
হেঠ মুখে নেহালিয়া ৰহিলা ধৰনি॥ ১৯৩
জতেক গোবিন্দে পোছে নাকহে কুমৰ।
কতো ক্ষনে বোলে স্নুনা তৃভুবনেশ্বৰ॥
আজি ৰাতি দেখিলো জুৱতি এক নাৰি।
তৃভুবন মোহে কন্যা স্বৰ্গে বিদ্যাধৰি॥ ১৯৪

সে নাৰিবিৰহে মোৰ নাৰহে পৰান।
অনিৰুদ্ধ মৰে গোসাই হেন মনে মান॥
তাৰ সনে সোপনে মঞি বঞ্চিলো ৰজনি।
তাহাৰ বিৰহে মোক দহে কামাগনি॥ ১৯৫
হাসে নাৰায়নে স্তুনি নাতিৰ কাহিনি।
হৰি বোলে এ ৰোগেৰ আমি বড় গুনি॥
জে প্ৰকাৰে গুচে তোৰ বিৰহেৰ বেথা।
জে নাৰি দেখিলে তাকে আনি দিবো এথা॥১৯৬
স্বস্ত হুইয়া থাক আমি কৰিব উদেস।
সোপনে তোহোৰ সনে কাৰ পৰবেস॥
আকাৰ ইঙ্গিতে তাক অৱস্যে চিনিবো।
জাৰ সনে কৈলে ৰতি তাকে আনি দিবো॥ ১৯৭
আথেবেথে হেন কাৰ্য্য সাধিতে নাপাৰি।
খিধা কি লাগিলে দুইহাতে ভোজন কৰি॥
দুৰেৰ ৰতন কি বড়াইলে পাই হাতে।
প্ৰকাৰবিসেসে জাৱে নানিয় এথাতে॥ ১৯৮
নাগৰ লোকৰ তুমি নাবুঝ চৰিত।
মনে কামসোক লোকে নালখয় চিত্ত॥
মন গুপুতেৰ কথা বেকত নাকৰি।
তেবেসে সকল কাৰ্য্য সাধিবাক পাৰি॥ ১৯৯
জেখনে জুৱত কাল আছিল আমাৰ।
অনেকসে কৰি আছি কামেৰ ব্যাপাৰ॥

আমাৰ চৰিত্ৰ কেহো লঙ্ঘিতে নাপাৰে।
আকুল দেখিলে নাৰিসব গৰ্ব্ব কৰে॥ ২০০
পৰাৰ তিৰিৰ কাৰ্য্যে জাইবা পৰদেস।
জে কথা শুনিলে সৰ্ব্বলোকে উপিহাস।
প্ৰবোধিয়া আপুন নাতিক জদুমণি।
মদনেৰ আন্তাসে আসিল চক্ৰপানি॥ ২০১
হলধৰ সহিতে জুগুতি কৈল হৰি।
প্ৰবন্ধ নাকইলে নাতিঁ ৰাখিতে নাপাৰি॥
মদনেৰ আন্তাস বেড়িয়া যদুগনে।
প্ৰহৰ ধৰিলা নাৰায়নৰ বচনে॥ ২০২।
অনন্তৰে নাৰায়ন জগতপ্ৰধান।
গৰুড় আসিলা আৰো বিৰ হনুমান॥
এ পুব দুআৰে হৰি থাকিলা আপুনে।
দক্ষিন দুআৰে ৰাখে বিৰ হনুমানে॥ ২০৩
পছিম দুআৰে ৰাখে বিৰ খগেশ্বৰ।
উত্তৰ দুআৰে ৰাখে বিৰ হলধৰ॥
পুত্ৰক ৰাখিতে বিআকুল পাঞ্চবান।
চৌক্ষে চৌক্ষে চাহি থাকে কাৰ্য্য নাহি আন॥ ২০৪

উষাৰ সপোন, পুষ্পিতা অৱস্থা-প্ৰাপ্তি; সখী ৰামাত কুমাৰীব্ৰত-ভঙ্গৰ সন্তাপ-প্ৰকাশ

বৈসম্পায়নে বোলে কথা শুন জন্মিজয়।
প্ৰহৰ ধৰিআ কৃষ্ণ নাতিক ৰাখয়॥
উসাৰ চৰিত্ৰ কহো স্তুনা এক মনে।
উসাক ছলায় দেৱি দাৰুণ সোপনে॥ ২০৫
সোপন দেখিলা উসা কত নিসা অন্তৰে।
যে কথা শুনিলে সৰ্ব্বলোক মনোহৰে॥
আনন্দউদয় কথা সম্পদ সঞ্চৰে।
জে কথা স্তুনিলে পাপ দুখ দুৰ কৰে॥ ২০৬
পাৰ্ব্বতিত বৰ পায়া উসা আইল ঘৰে।
পাসৰিল কথা কত ৱিন অনন্তৰে॥
ৰাজাৰ কুমাৰি উসা সহজেসে ভোলে।
দেৱিজে বুলিলা কথা সবে পাসৰিলা॥ ২০৭
অনন্তৰে বৈসাগ মাসেৰ দোআদসি।
দিনক্ষয় চন্দ্ৰমা উজ্জ্বল সেস নিসি॥
স্তুৱৰ্ন্ন পালঙ্গে উসা কৰিলা সয়ন।
প্ৰথম প্ৰহৰ নিসি দেখিলা সোপন॥ ২০৮
দেৱিৰ মায়াতে দেখৈ পৰম স্তুন্দৰি।
পুৰুসেক আসিয়া লৈলেক কোলে কৰি॥
আলিঙ্গনে চুম্বনে মনেৰ ৰতিপৃতি।
তাহাৰ পৰসে কন্যা হইল জুৱতি॥ ২০৯
নখৰেখা ৰুচিৰ অসংখ্য পয়োধৰে।
কিংশুক ফুলিল জেন মেৰু মহিধৰে॥

অধৰ খণ্ডিত সে দসনখতঘায়।
পুষ্পৱতি জুৱতি ঘৰ্ম্মিত সৰ্ব্বগায় ॥ ২১০
নিসেস ৰমনৰঙ্গ উসাকে সিখায়া।
অন্তৰ্দ্ধান হৈল তেবে গোসানিৰ মায়া ॥
নিদ্ৰাভঙ্গ হইল জদি বানেৰ কুমাৰি।
দেখিয়া আপুন অঙ্গে লজ্জায় কাতৰি ॥ ২১১
কি হৈল কি হৈল বুলি কান্দে বৰনাৰি ॥
ৰহিল কলঙ্ক সে দানৱকুল ভৰি ॥
কোনো পুৰুসক মুঞি মনে নাহি কয়ে।
কলঙ্ক ৰাখিল মোৰ কোন বিধাতায়ে ॥ ২১২
ঋতুমতি আপুনাকে দেখিয়া সুন্দৰি।
কান্দে নিৰন্তৰে বহে নয়নেৰ বাৰি ॥
হেন কালে কুম্ভাণ্ডসে মন্ত্রিৰ তনয়া।
ৰামা নাম আইলা তেৱে উসাকে দেখিয়া ॥ ২১৩
ৰামা বোলে সুন সুন উসা প্ৰানসখি।
আজি কেনে তনু তোৰ আনমত দেখি ॥
কোন নাগৰেৰ সে প্ৰসন হৈল বিধি।
কাৰ কৰোগত হেৰ হইল দেখি নিধি ॥ ২১৪
জৌৱনভাণ্ডাৰ তোৰ লুড়িলা কেমনে।
কাৰ সনে নেহা মোকে নাকহিস কেনে ॥
উসা বোলে সুনা সখি হইল প্ৰমাদ।
মনে নাহি কৰো কোনো পুৰুসকে সাদ ॥ ২১৫

হেনতো সোপনে সখি আইল পুৰুসেক
সেজনায় হেন গতি মোক কৰিলেক ॥
জগত জুড়িয়া সখি ৰহিল খণ্ডাৰ।
কি কথা কহিবো গিয়া আগতে পিতাৰ ॥ ২১৬
দৃষ্টতে হেৰায়া পিতা মোক বিদ্যমানে।
কি বুলিবো কি কৰিবো উপায় কেমনে ॥
হেন কলঙ্কিত দেহা আৰ নাৰাখিবো।
জলাউ আনল সখি তাতে ঝাম্প দিবো ॥ ২১৭
হেন ছাৰ শৰীৰ ৰাখিবো কিবা কাজে।
বিদাৰোক পৃথিবী লুকাঞ তাৰ মাঝে ॥
অবিবাহিতা কন্যাৰ হইল হেন ৰিত।
আৰ কি খণ্ডাৰে মোৰ ধৰে পৃথিবিত ॥ ২১৮
ঝাণ্টে নৰসান কাতি আন ৰামা সখি।
কণ্ঠে দিয়া প্ৰাণ তেজি থাক তাক দেখি ॥
উসাৰ আকুল দেখি বোলে সখি ৰামা।
কেনে প্ৰানসখি মনে নাকৰিস ক্ষেমা ॥ ২১৯
মন দিয়া সুন সখি পুৰ্ব্বকথা কহি।
দেৱিজে বুলিলা কেনে সুতৰন নাহি ॥
তুমি আমি আৰ সব সখিগন লৈয়া।
বনত ভ্ৰমিতে সে দেৱিৰে লাগ পায়া ॥ ২২০
হৰেৰ সহিতে কেলি কৰে মহামায়া।
কামক বাঞ্চিলা তুমি তাহাক দেখিয়া।

তোমাৰ জানিয়া মন দেৱি তৃনয়নি।
ডাক দিয়া পৰিচয় দিলন্ত আপুনি॥ ২২১
পাৰ্ব্বতিয়ে বুলিলা তোমাক হাসি হাসি।
বৈশাখ মাসেৰে কৃষ্ণপক্ষ দোআদাসি॥
দিনক্ষয় নিসি জাকে দেখিয় সোপন।
জে তোক ৰমন কৰে স্বামি সেহিজন॥ ২২২
ৰামাৰ বচনে উসা হইল হৰিসিত।
গৌৰিৰ বচন মনে পৈল আচম্বিত॥
সংশয় খণ্ডিলা জে মনেৰ আষোআস্থ।
হৃদয়তে চিন্তিতে লাগিলা প্ৰাননাথ॥ ২২৩
কত ক্ষন দেখিবো নিসিৰ প্ৰানপতি।
আমাকে ভাণ্ডিয়া ৰাতি তুমি গৈলা কতি॥
জলিল বিৰহ তাপ স্বস্ত নাহি মনে।
উন্মত্ত হইল উসা দাৰুন মদনে॥ ২২৪
পুন্য কথা শ্ৰৱনৰমন মধুময়।
হৰি পৰসনে পিতাম্বৰে বিৰচয়॥ ২২৫॥ *॥

॥ **বসন্ত ৰাগ গিত ঃ তেউড়ি ছন্দ**॥

উষাৰ বিৰহ-লক্ষণ

ছাড়িয়া নাজায়ো প্ৰাণেৰ দুল্লভ
কান্দে বিৰহিনি উসা॥
নষ্ট কৰ কেনে আপুনাৰ ধন।
পাথৰে বান্ধিল তোমাৰ মন॥ ২২৬

বসন্ত কালে সব ফুল ফুটিল
পাৰলি হিয়াৰ মাঝে।
পয়োধৰ নিন্দি কিংসুক ফুলিল
সংসাৰ ভৰিলা জে॥ ২২৭
চুত মুকুলিল ভ্ৰমৰাৰ বোলে
কোকিল পঞ্চম গায়।
বৈৰি হয়া গৈলা পৱন মন্দ
গগনে উদিত ৰায়॥ ২২৮
সোনাৰ খাটত কুসুমেৰ মহৰি
গজমুকুতাৰ থোপা।
স্বামি লআ তাতে বঞ্চিলা এ ৰাতি
সবে আছে নাহি প্ৰানপতি॥ ২২৯
কোন আলক্ষনে পড়িলো নিন্দত
কাল হৈয়া গৈল ৰাতি।
জে বোল বুলিলো আবেৰ ছায়া
প্ৰান লয়া গৈল পাতিআ মায়া॥ ২৩০
ভাল নোহে প্ৰভু তোমাৰ কাৰ্য্য
কেনেনো নিষ্ঠুৰ হিয়া।
আপোড়া বনত আগুনি দিয়া
কেনে প্ৰাননাথ গৈল ভাণ্ডিয়া॥ ২৩১
মঞি জদি জানু এমত দাৰুণ
কঠিন পুৰুষজাতি।

হৰি পৰসনে পিতাম্বৰে ভনে
অৱস্থে পাইৱা পতি ॥ ২৩২ ॥ * ॥

॥ **লাছাড়ি ছন্দ ঃ ভাঠিয়ালি ৰাগ** ॥

ও কি প্ৰভু হে
বিনা দোসে গৈলা পৰিহৰি।
তোমাতে স্ত্ৰিবধ দিয়া মৰিবো গৰল খায়া
কান্দে উসা ৰাজাৰ কুমাৰি ॥ ২৩৩
এখনে আমাৰ সঙ্গে আছিলা সুৰতিৰঙ্গে
সমতি নাদ কথানু লুকায়া।
সোপনে ছলিয়া ৰাতি বিকল কৰিলে মতি
কেৱলে সৰিৰখানি থুয়া ॥ ২৩৪
কোপ কৰি গৈলা কেনে কি দোশ দেখিয়া মনে
ডাক পাৰে উসা অভাগিনি।
সঙ্গে জাইবো দাসি হয়া তাত কেনে পাত মায়া
দহে মোক বিৰহআগুনি ॥ ২৩৫
সোপনে বুলিলা মোক সত্যে উসা নিবো তোক
তঞি মোৰ প্ৰানেৰ সইতৰি।
ব্যেৰ্থ হৈল অঙ্গিকাৰ কেনে কইল পৰিহাৰ
দায়া কৰ আভাগিনি নাৰি ॥ ২৩৬
কি মোৰ কৰমদোশ আকাৰনে কৰা ৰোস
প্ৰান ৰহে তোমা দৰসনে।

আমাকে নিষ্ঠুৰ আতি কেনে কৈইলে প্ৰাণপতি
অপজস সঙ্কা নাহি মনে ॥ ২৩৭
চন্দ্ৰ সূৰ্য্য দিবা ৰাতি বৈশ্যানৰ বসুমতি
সকলে কৰিলো হেৰা সাখি।
নাৰায়ন পৰসনে কৰি পিতাম্বৰে ভনে
দেখ হেৰা প্ৰানক উপেখি ॥ ২৩৮ ॥*॥*॥

॥ পদ ॥ বৈসম্পায়নে বোলে কথা সুনা নৰপতি।
মদনদহনে উসা বিয়াকুল আতি ॥
সৰিবৰ চন্দন ধুআইলা জল দিয়া।
গজমুকুতাৰ হাৰ পেলাইলা চিণ্ডিয়া ॥ ২৩৯
দুৰ কৈল কপালেৰ সুৰঙ্গ সিন্দুৰ।
নয়নেৰ কাজল মোছে পাৱৰ নুপুৰ ॥
ছাড়িয়া সোনাৰ খাট বসিলা ভূমিত।
জেহেন হাতেৰ নিধি হৰাইল আচম্বিত ॥ ২৪০
অচেতনে খেতিতলে থাকিল পড়িয়া।
দেখি ৰামা সখিএ ধৰিল আলিঙ্গিয়া ॥
ৰামা বোলে সখি মোৰ সুন উপদেশ।
মনেৰ জতেক তাপ ছাড়হ নিসেস ॥ ২৪১
চিত্ৰলেখা অপেস্বৰি হয় তোৰ সখি।
তাকে সুতৰন ঝাণ্টে কৰ বিধুমুখি ॥

স্মৰণ-মাত্ৰকে চিত্ৰলেখাৰ আগমন

চিত্ৰলেখা সত্য কৰি আছে তোমা সনে।
স্মৰন কৰিলে সে আসিব এতিখনে॥ ২৪২
সে বিনে তোমাৰ কাৰ্য্য কে পাৰে সাধিত।
তৃভুবনে তান্ত কিছো নাহি অবিদিত॥
জাকে মনে চাহিস কৰাইবে তাকে দেখা।
কৰ স্তুতৰন সে আইসোক চিত্ৰলেখা॥ ২৪৩
ৰামাৰ বচন স্তুনি ৰাজাৰ কুমাৰি।
ভাল বোলে সখি হেন মনত বিচাৰি॥
চিত্ৰৰেখা বিনে কে সাধিতে পাৰে কাজ।
তাৰ জত্নে স্বামি পাইবো লয় মন মাঝে॥ ২৪৪
এমনে ভাবিয়া উসা বিৰহে দুখিনী।
মনে বোলে সখি মোৰ স্তুন দুঃখবানি॥
পাৰ্ব্বতিৰ আগে সখি বুলিলা আপনে।
জেখনে চিন্তহ সখি আসিবো তেখনে॥ ২৪৫
পুৰ্ব্বকালে সত্য কৰি আছ চিত্ৰলেখা।
স্তুতৰন কৰি হেৰা ঝান্টে দেহ দেখা॥
মনত কৰিলা উসা স্তুতৰন জেবে।
স্বৰ্গে থাকি চিত্ৰৰেখা জানিলন্ত তেবে॥ ২৪৬
উসা সখি ডাক পাৰে হেন মনে মানে।
স্তুনিতনগৰে আসিলন্ত তেতিখনে॥
চিত্ৰলেখা আইল উসা বসিল উঠিয়া।
দুই সখি অন্যোঅন্যে আলিঙ্গন দিয়া॥ ২৪৭

উসা লৈয়া চিত্ৰৰেখা বসিল আসনে।
বোলে সখি তোমাকে মলিন দেখো কেনে॥
কেনে পৰিহৰিলা সকলে অলঙ্কাৰ।
দিৱসেৰ চন্দ্ৰ জেন মুখেৰ আকাৰ॥ ২৪৮
অথিৰ হৃদয় দেখো মন বিচলিত।
বিৰহেৰ লক্ষন দেখিয়া আচম্বিত॥
স্বস্ত হয়া কহ সখি মোক সৱে কথা।
সাধিতে তোমাৰ কাৰ্য্য মুই আইলো এথা॥ ২৪৯
উসা বোলে স্তন সখি দুখেৰ কাহিনী।
কিবা ৰাতি দিনে মোক দহে কামাগনি॥
লাজ এড়ি সব কথা কহো তাত দেখি।
জিৱনেৰ দোসৰ তুমিসে প্ৰাণসখি॥ ২৫০
হৰিবংশ পুণ্য কথা পাপেৰ বিনাস।
বাড়ে পৰমায়ুসে সম্পদ পৰকাশ॥
শ্ৰৱনৰমন কথা স্তুনা একমনে।
কহে পিতাম্বৰে নাৰায়ন পৰসনে॥ ২৫১ ॥*॥

॥ **ৰামগিৰি ৰাগ ঃ লাছাড়ি পদ ছন্দ** ॥

উষাৰ মুখত সপোনৰ কাম-কেলিৰ বিৱৰণ

স্তুন সখি চিত্ৰলেখি হে
থিৰ নোহে মোৰ মতি।
দেখিলো পুৰুষ এক আজুকাৰ ৰাতি॥ ২৫২

প্ৰথম প্ৰহৰ নিসি দেখিলো সোপনে।
প্ৰথম বয়স চান্দ জিনিয়া মদনে॥ ২৫৩
সিৰৰে বসিয়া সখি হে
হৰি হৰি কথা পৰিহাসে।
পুর্ন্নিমাৰ চন্দ্ৰ জেন অমিয়া বৰিসে॥ ২৫৪
ভুবনমোহন ৰূপ হে
হৰি হৰি অলপ বয়সে।
মেদনি মোহিলা গন্ধচন্দনেৰ বাসে॥ ২৫৫
তাক দেখি সখি মোৰ হে
হৰি হৰি হেন হৈল চিত্তে।
দুৰেৰ ৰতন বিধি আনি দিলা হাতে॥ ২৫৬
জিনিয়া কমলদল তাৰ দুই আখি।
চাহিতে মদনবানে প্ৰান নিল সখি॥ ২৫৭
আছোক আনেৰ কাৰ্য্য জেৱে তাক দেখি।
হেন মন কৰে সখি ইন্দ্ৰক উপেখি॥ ২৫৮
কোলাত কৰিয়া সখি হে
হৰি হৰি বান্ধি ভুজপাসে।
অধৰকমলমধু পিয়ায় হাতাসে॥ ২৫৯
পয়োধৰ পৰসে কুসুমসৰে জাগি।
স্মৰিতে মদনবানে পোড়ে কামআগি॥ ২৬০
নিবিবন্ধ মোচন লোচন চাপি লাজে।
বিদাৰোক পৃথিবি লুকাঞঁ তাৰ মাঝে॥ ২৬১

ৰুৰে কৰ ধৰি বোলে মিনতি বচনে।
মদনকুঞ্জৰে মোৰ অঙ্কুস নামানে ॥ ২৬২
জত বোলো মিনতি চঞ্চল হয় আতি।
সকল দলিল জেন ময়মত্ত হাতি ॥ ২৬৩
পয়োধৰপৰসে খণ্ডিত চাৰিপাসে।
দেখি দেখি দহে মন মদনহাতাসে ॥ ২৬৪
খসিল কুণ্ডল মোৰ পিন্ধাইলা আপুনে।
সৰিৰ ভুসিত কৈল এ গন্ধচন্দনে ॥ ২৬৫
চিণ্ডিল মুক্তাৰ হাৰ আপুনে গান্থিয়া।
পিন্ধাইলা গলেতে মোৰ হাসিয়া হাসিয়া ॥ ২৬৬
ৰতিশ্ৰমে ঘৰ্ম্ম বহে সকল সৰিৰে।
কোলে লৈয়া ছামৰ ঢুলায়া ধিৰে ধিৰে ॥ ২৬৭
নয়নে কাজলৰেখা পিন্ধাইলা আপুনে।
কহে কৱি পিতাম্বৰে হৰি পৰসনে ॥ ২৬৮ ।*॥

॥ ৰাগ অহিৰ ॥

অ কি সখি হে
স্নন মোৰ দুখেৰ কাহিনি।
দাৰুন মদনবানে ধৰন নাজায় প্ৰাণে
দহে মোৰ বিৰহঅগনি ॥ ২৬৯
এক দুই প্ৰহৰ ৰাত্ৰি নিন্দত পৰিলু আতি
পুৰুষেক আসিল সপনে।

অভিনব জলধৰ শ্যামল সুন্দৰ
ৰূপে মোহে এ তিনি ভুৱনে ॥ ২৭০
ৰতন কুণ্ডল কানে কমল দলিত নঞান
হাসিতে হাসিতে মুখ চায়ে।
হেন নাহি যুৱতি স্থিৰ কৰে মতি
কেবা নাপোড়ায় কামবানে ॥ ২৭১
অঙ্গে সোভে পিত বাস সুমধুমধুৰ হাস
অজানুলম্বিত ভুজ দুই।
দেখি তাৰ চন্দ্ৰমুখ গুচিব মনেৰ দুখ
দেখিতে তখনে সুখি হুই ॥ ২৭২
কস্তুৰি গন্ধচন্দনে অঙ্গে কৈল লেপনে
গন্ধ অতি কৈল আমোদিত।
কৰত কমল সোভে ভ্ৰমৰা গুঞ্জৰে লোভে
গলে সোভে অজানুলম্বিত ॥ ২৭৩
পালঙ্কে মোৰচায়া বোলে কোলে লৈয়া
চিকুৰ ধৰিয়া দুই হাতে।
শৃঙ্গাৰ মধুপানে সখি আকুলিত দুই আখি
নখৰেখা দিল পয়োধৰে ॥ ২৭৪
অনেক কাকুতি কৰি লাৱন্য চৰণে পৰি
বুঝাইলু মধুৰ বচনে।
কামৰস ৰসৱতি ভঙ্কিল ভ্ৰমৰাজাতি
কাতৰ কাকুতি নামানে ॥ ২৭৫

সকল ৰজনি ৰঙ্গে আছিল আমাৰ সঙ্গে
হেৰ গৈল বিহানে এড়িয়া।
আন নাহি পড়ে মনে তাহে দহে অনুক্ষণে
অন্ন পানী সকলে ছাড়িয়া ॥ ২৭৬ ॥*॥

॥ পদ ॥ উষা বোলে সখি কি স্তুনিলে সব কথা।
প্ৰান লৈতে চাহে মোৰ মদনেৰ ৰেখা ॥
উষাৰ পুনৰ বিৰহ-বিলাপ
তাহাৰ পৰসে ঋতু দিলা পৰিচয়।
লাজে প্ৰান পৰিহৰি হেন মনে লয় ॥ ২৭৭
জাৰ গুনে হৈল সখি এ কুলখণ্ডাৰ।
বিনা দোসে হেনজনা কৈল পৰিহাৰ ॥
লোকক ভাণ্ডিবো সখি কি বোলে বুলিয়া।
তাহাৰ উপায় সখি নাপায়ো গুনিয়া ॥ ২৭৮
পিতা হেন স্তুনিলে কৰিব মোক খণ্ডে।
স্বামি নাই আমাকোজে লৈয়া জাই সঙ্গে ॥
চিন্তাসাগৰেৰ সখি মাঝতে ৰহিলো।
ইকুল সিকুল সখি একোএ নভৈলো ॥ ২৭৯
আৰ কথা কহি সখি কৰ অৱধান।
পুৰ্ব্বে মহামায়া মোক দিলা বৰদান ॥
সোপনেজে পুৰুসে হৰিব তোক ৰাতি।
সেহিজন হুইবেক তোহোৰ প্ৰানপতি ॥ ২৮০
সে বোল সকলে মিছা হৈল হেন দেখি।
হাৰাইবাৰ ধন কি আৱৰ পাই সখি ॥

আপুন ভালেৰ কিছো নাদেখি উপায়।
প্ৰান পৰিত্যাগেসেজে দুখ দুৰ জাই॥ ২৮১
এহি বুলি উসা ভৈল হেঠমাথ দুখে।
মদনদহনদুখে আপুন আসুখে॥
বহে জলধাৰা দুই নয়ন ঢাকিয়া।
পৃথিবিৰ উপৰে পড়িল মুৰুচিয়া॥ ২৮২
চৈতন্য হৰিল উসা পৰি কামভোলে।
সখি সখি বুলি চিত্ৰলেখা লৈলা কোলে॥
আঞ্চোলে চামৰে বিঞ্চে সিৰে জল দিয়া।
চেতন কৰাইলা উসা বসিল উঠিয়া॥ ২৮৩
হইয়া কাতৰি কান্দে বিৰহে ৰমনি।
বিসম মদন-ভুজঙ্গম-বিস জনি॥
চিত্ৰলেখা প্ৰবোধে নাকান্দ গুনৱতি।
কহে পিতাম্বৰে পৰসনে গোপিপতি। ২৮৪ ॥*॥

**॥ গোণ্ডগিৰি ৰাগঃ লাছাড়ি দিৰ্ঘ ছন্দ ॥**

চিত্ৰলেখাৰ তিনি লোকৰ চিত্ৰ লিখাৰ প্ৰস্তাৱ

নাকান্দ নাকান্দ সখি স্তুন উসা সসিমুখি
লেখিয়া দেখাইব তিনিলোক।
জেজন হৰিল তোক চিনিয়া সে দিবো চোৰ
স্বৰূপে আনিয়া দিবো তোক॥ ২৮৫
স্বৰ্গে যত দেৱগন ব্ৰহ্মা ইন্দ্ৰ তৃনয়ন
কুবেৰ বৰুন জমৰাজ।

চন্দ্র সূর্য্য বৈশ্বানৰ বায়ু অশ্বিনিকুমৰ
আৰ জত দেৱতা সমাজ ॥ ২৮৬
চিত্রসেন চিত্রৰথ বিদ্যাধৰ জত জত
জতেক গন্ধর্ব্বগন আছে।
কিন্নৰ জতেক জক্ষ আগে লেখো পৰতেক
মেদনিমণ্ডল লেখো পাছে ॥ ২৮৭
নৱখণ্ড বসুমতি তাতে জত নৰপতি
ৰাজাৰ কুমৰ কোটি কোটি।
মহাদেৱ পৰসনে লেখো দেখ জনে জনে
অৱসেস নাহি একগুটি ॥ ২৮৮
মহিতলে নদি জত মুর্ত্তিমন্ত পর্ব্বত
ঋষি মুনিগন তপোধন।
সাত সাগৰেৰ মাজ লেখিবো সকলে ৰাজ
দেখ সখি আপুন নয়নে ॥ ২৮৯
লেখিবো পাতালপুৰ দেখ সখি নাগপুৰ
নিজ ৰুপে আছে জেন ৰুপে।
ত্ৰিভুবনে জত আছে কে আসিল তোৰ কাছে
পৰতেক লেখিবো স্বৰুপে ॥ ২৯০
জত বিদগদ বৈসে লেখিবোহো নিসেসে
ভুবনমোহন ৰুপে গুনে।
চিত্রৰেখাৰ উত্তৰ কহে কৱি পিতাম্বৰ
শ্রীহৰিচৰন পৰসনে ॥ ২৯১ ॥*॥

মহাদেৱৰ ব়াঃলৈ চিত্ৰলেখাৰ চিত্ৰপট-নিৰ্ম্মাণ; অনিৰুদ্ধৰ চিনাকি

॥ **পদ** ॥ **চি**ত্ৰৰেখা বোলে স্থনা পৰানেৰ সখি।
সাত দিন ভিতৰে দেখাইবো পট লেখি॥
এক পট প্ৰথমে কৰিবো নিৰ্ম্মান।
তৃভুবন লেখো সখি দেখ বিছ্যমান॥ ২৯২
তাৰ মাঝে চিন সখি কে তোমাৰ স্বামী।
তেবে তোক সত্বৰে আনিয়া দিবো আমি॥
পৰিহৰ সকল বিকল আকাৰন।
আপুনাৰ ঘৰে সখি কৰোহো গমন॥ ২৯৩
সাতদিন অন্তৰে আসিবো পট লৈয়া।
এড় মনতাপ সখি থাক স্বস্ত হৈয়া॥
উসা বোলে সাতদিন সাত জুগ মোৰ।
ৰহে বা নৰহে প্ৰান আগে কৈলো তোৰ॥ ২৯৪
জেন তেন প্ৰকাৰে ৰহিবো সাতদিন।
আৰ দিন স্বামি পাইবো তাৰ কিবা চিন্ন॥
চিত্ৰলেখা বোলে সাত দিনৰ ওপৰে।
অৱস্তে আনিয়া দিবো স্বামিক তোমাৰে॥ ২৯৫
থাক প্ৰানসখি তুমি চিত্তে ক্ষেমা দিয়া।
জাৱে তৃভুবন মঞিঁ দেখাঞঁ লেখিয়া॥
এহি বুলি উসাকে বুঝায়া নানামতে।
তেখনে লড়িলা চিত্ৰৰেখা দিব্য ৰথে॥ ২৯৬
কৈলাসকে গৈলা জথা আছে উমাপতি।
চিত্ৰৰেখা হৰকে কৰিলা বহু তুতি॥

হৰে বোলে চিত্ৰৰেখা পাইলোঁজে পিৰিতি।
বৰ লহ অপেস্বৰি তোৰ জেহি মতি॥ ২৯৭
চিত্ৰৰেখা বোলে দেৱদেৱ মহেস্বৰ।
অৱধান কৰ গোসাই মাগো এক বৰ॥
স্বৰ্গ মঞ্চ পাতালে জতেক আছে প্ৰানি।
হেন বৰ দেহ চিত্ৰ লেখিবাক জানি॥ ২৯৮
হেন হৌক বুলিলা তৃদসেৰ অধিপতি।
ঘৰে আইল চিত্ৰৰেখা আনন্দিত আতি॥
এক পট প্ৰথমে কৰিল অনুবন্ধ।
তুলি লৈলা নানা বৰ্ণ হৃদয়-আনন্দ॥ ২৯৯
লেখিতে আৰম্ভ কৈলা স্মৰি মহেস্বৰ।
প্ৰথমে লিখিলা দেৱৰাজ পুৰন্দৰ॥
সহস্ৰ নয়ন অঙ্গে দিলেক প্ৰবন্ধে।
কণ্ঠে পাৰিজাত মালা ঐৰাৱতকন্ধে॥ ৩০০
দিব্য গন্ধ চন্দনে ভুষিত কৈল অঙ্গে।
কিন্নৰ গন্ধৰ্ব্ব বিদ্যাধৰ দিলা সঙ্গে॥
দক্ষিণত কুলিস অঙ্কুস আৰ হাতে।
দুই কৰ্ণে কুণ্ডল মুকুট সোভে মাথে॥ ৩০১
ছাগলেৰ পিঠত লিখিলা বৈস্যানৰ।
মহিসৰ পিঠিত লিখিলা দণ্ডধৰ॥
সপ্ত তুৰঙ্গম মধ্যে দেৱ দিনপতি।
ময়ূৰে লিখিলা দেৱ হৰেৰ সন্ততি॥ ৩০২

ব্ৰহ্মাক লিখিলা তেবে দিয়া হংসজান।
বিষ্ণুক লিখিলা তেবে গৰুড় বাহন॥
সসাৰ উপৰে তেবে লিখিলা চন্দ্ৰমা।
তৃভুবনে জাৰ ৰূপে নাহিকে উপমা॥ ৩০৩
কুবেৰ বৰুন বায়ু অশ্বিনিকুমাৰ।
চিত্ৰপটে সমাজে লিখিলা দেৱতাৰ॥
জাৰ জেন বাহন লিখিলা অস্ত্ৰচয়।
নিৰমিল চিত্ৰৰেখা জাৰ জেহি নয়॥ ৩০৪
স্বৰ্গলোক চিত্ৰৰেখা লেখিলা সকল।
তাত পাছে লেখিলেক মেদনিমণ্ডল॥
লিখিলা সবাতো আগে দ্বাৰকানগৰি।
নৱঘনস্যামল সুন্দৰ দেৱ হৰি॥ ৩০৫
মকৰ কুণ্ডল দুই দোলে গণ্ডস্থলে।
সিৰত সিখণ্ড মনি মুকুট মণ্ডলে॥
পৰিধান নেত বাস হাতে বেত বেণু।
পাৱত নুপুৰ দিলা অঙ্গে পুষ্পৰেনু॥ ৩০৬
ভুবনমোহন ৰূপ অনুপাম আতি।
খাটৈৰ উপৰে লিখিলেক জদুপতি॥
তাত পাছে লিখিলেক বিৰ হলধৰ।
অনিৰুদ্ধ লিখিলেক আৰ পাঞ্চসৰ॥ ৩০৭
যত জত ৰাজ্যৰ কুমৰ খিতিতলে।
চিত্ৰৰেখা চিত্ৰপটে লিখিলা সকলে॥

জত মহিতলে নদি মুৰ্ত্তিমন্ত আছে।
চিত্ৰপটে সকলে নিৰ্ম্মান কৈলা পাছে॥ ৩০৮
ভাল ভাল চাহিয়া লিখিল সুবানৰ।
লিখিলা পাতালপুৰ তাত অনন্তৰ॥
ভুজঙ্গ দানৱ জক্ষ অসুৰ সুন্দৰ।
জাৰ জেহি ৰুপে লেখে সপত সাগৰ॥ ৩০৯
সাতদিনে পটখান কৰিলা নিৰ্ম্মান।
হাতে পট চিত্ৰৰেখা আৰোহিলা জান॥
দিব্য ৰথে চড়ি আইল সুনিতনগৰি।
উসাৰ নিকটে আইল হাতে পট ধৰি॥ ৩১০
পট দেখি উসা বোলে সুনা প্ৰানসখি।
মেল সখি কি লেখিলে তোৰ পট দেখি॥
চিত্ৰৰেখা দেখাইলা উসা কৰিলা নিৰিক্ষণ।
চাহে চিত্ৰপট উসা চঞ্চলনয়ন॥ ৩১১
স্বৰ্গৰ দেৱতা নিৰিখিলা জনে জনে।
মৰ্ত্তলোক সকলে নিৰেখে মনে মনে॥
গোবিন্দক দেখি চমকিত ভৈলা মতি।
এহি অনুৰুপ মোৰ সোপনৰ পতি॥ ৩১২
হলধৰ দেখিয়া দেখিলা পাণ্ডসৰ।
তাত পাছে দেখৈ উসা কামেৰ কুমৰ॥
অনিৰুদ্ধ দেখিয়া চিনিলা তেতিখনে।
বোলে এহি পুৰুসক দেখিলো সোপনে॥ ৩১৩

ইহাৰ সঙ্গমে সখি হুইয়াছি জুৱতি।
এহিজনে চিত্রলেখা মোৰ প্রানপতি॥
ইয়াৰ বিৰহে মোৰ তনুসৱ দহে।
এহিতো জৌৱনচোৰা আনজন নোহে॥ ৩১৪
কি নাম ইহান সখি কোন দেসে থাকে।
কিবা নাম কাহাৰ তনয কহ মোকে॥
বড দুখ পাইলো সখি ইয়াৰ কাৰণে।
কলঙ্ক ৰাখিযা মোক এডিলা সোপনে॥ ৩১৫
চিত্রলেখা বোলে স্নুনা দানৱনন্দনি।
দ্বাৰকানগৰে নাৰায়ন যদুমনি॥
নাহি আদি অন্ত জাৰ সৰুপ আকাৰ।
হেন দেৱ অসুৰ বধিতে অৱতাৰ॥ ৩১৬
গোবিন্দেৰ পুত্র জাক বুলি পাঞ্চসৰ।
জাৰ সৰে জগতৰ তনু জৰজৰ॥
সেহিত কামেৰ পুত্র গোবিন্দেৰ নাতি।
অনিৰুদ্ধ নামে সতি তোৰ প্রানপতি॥ ৩১৭
তিনিলোকে দেখ সখি জত চৰাচৰ।
ইহাৰ ঘৰেৰ সখি হইতো লফৰ॥
চিত্রলেখা বচন স্নুনিয়া তেবে উসা।
বোলে সখি মোৰ জিৱনক আছে আসা॥ ৩১৮
তেবে মোক সত্বৰে আনিয়া দেহ পতি।
এখনে দ্বাৰকাপুৰি লড় সিঘ্রগতি॥

চিত্রলেখা বোলয় উসাৰ মুখ চাই।
কে কৰিব সাহাস দ্বাৰকাপুৰি জাই॥ ৩১৯
কুমৰ হৰিতে পাৰে কাহাৰ পৰানে।
কে জাইবে কৃষ্ণৰ পুৰি প্ৰান হৰাইবাৰে॥
পুন্য কথা পৱাড় প্ৰবন্ধ পুন্যময়।
হৰি পৰসনে পিতাম্বৰে বিৰচয়॥ ৩২০ ॥*॥

॥ বৰাড়ি ৰাগ ঃ লাছাড়ি ছন্দ ॥

চিত্রলেখাৰ নিৰাশ বাণী

আকাৰনে কান্দ সখি হে
কুমাৰেৰ নাহি দেখা।
হাতে হাতে ধৰিআ প্ৰবোধে চিত্ৰলেখা॥ ৩২১
বিস্বকৰ্ম্মেৰ নিৰ্ম্মান সখি হে
দ্বাৰকানগৰি।
এ দেৱ দানৱে জাক লঙ্ঘিতে নাপাৰি॥
এ সাত ব্যেৱন্ধে গড় বিচিত্ৰ পাথৰে।
কে জাবে কৃষ্ণৰ পুৰি প্ৰান হৰাইবাৰে॥ ৩২২
জাদৱ কুলে উতপতি কংস বধিবাৰে।
স্বৰ্গ মৰ্ত্ত পাতাল জাহাক সেৱা কৰে॥
মায়া সৰিৰ ধৰিয়া পৰাৰ কৰে কাজ।
পাৰিজাত হৰিআ জিনিলা দেবৰাজ॥ ৩২৩
হলধৰ কথা কহোঁ স্নুন সাৱধানে।
ৰাত্ৰি দিনে নাঙ্গল ধৰি মত্ত মধুপানে॥

নাঙ্গল দিয়া বসুমতি চাহে তুলিবাৰে।
কে জাইব জাদৱপুৰি প্ৰান হৰাইবাৰে॥ ৩২৪
এ চান্দ সুৰুজ জে স্ৰজিলা দিবা ৰাতি।
হুতাসন বৰুন পৱন বসুমতি॥
সকল মায়া স্ৰজিয়া সংসাৰ ভাণ্ডা হৰি।
তেসম্বাৰ ঘৰে কে কৰিতে পাৰে চুৰি॥ ৩২৫
থাকোক আনৰ কথা ইন্দ্ৰ জেবে আসে।
কাহাৰ সকতি সে জাদৱপুৰে পৈসে॥
জে কাৰ্য্য কৰিতে নাৰি তাকে তোমাৰ ইচ্ছা।
মনে সখি সাদ কৰ সকল কাৰ্য্যে মিছা॥ ৩২৬
সৰ্প্পৰ মাথাৰ মনি কে হাত বেড়ায়।
কাৰ্য্য নাহি থাক সখি মনে ক্ষেমা দিয়া॥
মঞি নাপাৰিবো জে কুমৰ হৰিবাৰে।
হৰিৰ চৰণ বন্দি কহে পিতাম্বৰে॥ ৩২৭ ॥*॥

॥ **পদ** ॥ **বৈ**সম্পায়নে বোলে কথা সুন নৰপতি।
চিত্রলেখাৰ দ্বাৰকা-যাত্ৰা
নিৰাসা বচন উসা সুনিয়া সম্প্ৰতি॥
প্ৰান পৰিহৰি হেন সাৰ কৈল মনে।
জলাইল আনলকুণ্ড আগতে তেখনে॥ ৩২৮
স্নান কৰি কুমাৰি পিন্ধিলা সুক্ল বাস।
পুষ্পাঞ্জলি কৰি দেৱি পুজিলা হুতাস॥

স্নন্দা মোৰ বানি দেৱ আনল আপুনে।
প্রান ত্যাগ কৰো হেৰা তোমা বিদ্যমানে॥ ৩২৯
অনিৰুদ্ধ নামে সেজে গোবিন্দেৰ নাতি।
আনাদি জনমে মোৰ হৌক প্রানপতি॥
এ বুলি অগ্নিকে উসা প্রদক্ষিন কৰে।
চিত্রলেখা উঠি গিয়া ধৰিলেক কৰে॥ ৩৩০
মৰিবাকে নাজুআই স্নন্দা প্রানসখি।
কালি আনি দিবো তোৰ সোপনেৰ পতি॥
জেন তেন প্রকাৰে সাধিবো তোৰ কাজ।
স্বস্ত হয়া থাক সখি আপুন মন মাঝে॥ ৩৩১
নাকৰিহ সখি আপুনাৰ প্রান নাস।
তনু ত্যাগে নষ্ট ভোগ বিসয় বিলাস॥
আনি দিবো পতি তোৰ দেখ বিদ্যমান।
তোৰ কার্য্য সাধিবো আপুনি দিয়া প্রান॥ ৩৩২
উসা বোলে চিত্রলেখা আপুন ঘৰে চল।
বুঝিলো সকলে কথা কপট সকল॥
চতুৰতা গুনে কথা কহ নানামতে।
মায়াঅনুবন্ধ কৰ আমাক ৰাখিতে॥ ৩৩৩
আনলতে প্রান ত্যাগ কৰিবো আৱসে।
গুচাইবো সকল দুখ একহি নিমিসে॥
চিত্রৰেখা বোলে সখি স্নন্দা মোৰ বাক।
কালি ৰাতি স্বামি যদি নাদেঞ তোমাক॥ ৩৩৪

জদি কাৰ্য্য সাধিবাক নুআৰো তোমাৰ।
প্ৰথমে কৰিবো তনু ত্যাগ আপুনাৰ॥
তোমাৰ আগত এতিখনে ৰথে চড়ো।
থাক সখি দ্বাৰকানগৰে হেৰা লড়ো॥ ৩৩৫
সখিৰ বচন শুনি ৰাজাৰ কুমাৰি।
কিছো নাবুলিলা তাকে হেঠমাথা কৰি॥
জাত্ৰা কৈল চিত্ৰলেখা উসা প্ৰবোধিয়া।
পৱনসমান গতি ৰথত চড়িয়া॥ ৩৩৬
গগনমণ্ডলে ৰথ জায় সিঘ্ৰগতি।
গিৰি দিৰি নগৰ এড়াইল বনস্পতি॥
শুনিতনগৰ হইতে দ্বাৰকানগৰ।
একাদস সহস্ৰ জোজন অনন্তৰ॥ ৩৩৭
প্ৰহৰে পাইলা গৈয়া দ্বাৰকাপুৰি দেখা।
নগৰৰ বাহিৰে ৰহিলা চিত্ৰৰেখা॥
তৃসাএ আকুল মন ধৰিতে নাপাৰি।
নামিলা ছাড়িয়া ৰথ পৃথিবি উপৰি॥ ৩৩৮
জল চায়া ফুৰন্তে দেখিলা নদি এক।
সন্ধ্যাকালে নাৰদক দেখি পৰতেক॥
প্ৰনামিয়া চিত্ৰৰেখা মুনিৰ চৰনে।
দেখিলা নাৰদ মুনি পুচিলা বচনে। ৩৩৯
মুনি বোলে চিত্ৰলেখা তুমি কেনে এথা।
কি কাৰ্য্যে কথাকে জাহ কহ সব কথা॥

হাতজোড়ে চিত্ৰলেখা বুলিলা উত্তৰ।
সোনিতনগৰে বান নামে দৈত্যেশ্বৰ॥ ৩৪০
তাহান তনয় উসা প্ৰথম যুৱতি।
সোপনে দেখিলা কন্যা গোবিন্দেৰ নাতি॥
তাহাৰ বিৰহে উসা চাইলা মৰিবাৰ।
সে কাৰনে আসিলো কুমৰ হৰিবাৰ॥ ৩৪১
পৰসন হয় যদি তোমাৰ চৰনে।
লৈ জাঞঁ কুমৰ ৰাখো সখিৰ জিৱনে॥
চিত্ৰলেখা বচন স্তুনিয়া মহামুনি।
বোলে কেনে মৰিবাকে আইলে আভাগিনি॥ ৩৪২
কুমৰকে হৰিতে আপুনি জাইবে মৰি।
কহে কৰি পিতাম্বৰে বন্দিয়া শ্ৰীহৰি॥ ৩৪৩ ॥*॥

॥ মল্লাৰ ৰাগঃ লাছাড়ি পদ ছন্দ

নাৰদৰ নিকুৎসাহ বচন
নাজায়ো নাজায়ো মৰিব আপুন দোসে।
গলায় পাথৰ বান্ধিয়া আইলে গাঙ্গ তৰিবাৰ আসে॥৩৪৪
কাৰ বোলে আইলে ৰে পামৰি চিত্ৰলেখা।
জতেক বিৰে কুমৰ ৰাখে নাহি লেখা জোখা॥ ৩৪৫
জাদৱগন প্ৰহৰ ধৰে কেবা ৰাতি দিনে।
আছোক আনেৰ কাৰ্য্যে নাঙ্গনে পৱনে॥ ৩৪৬
পুব দ্বাৰে হৰি থাকে হাতে ধনু লৈয়া।
উত্তৰ দ্বাৰে ৰাখে বলাই নাঙ্গল ধৰিআ॥ ৩৪৭

পছিম দ্বাৰে গৰুড় দেখিয়া লাগে সঙ্কা।
দক্ষিনে হনুমান জে উড়িআ আইল লঙ্কা॥ ৩৪৮
ৰতি মদনে লুকায়া ৰাখে আপুনাৰ ঘৰে।
চৌক্ষে চৌক্ষে বাপে মাৰে নিত্য প্ৰহৰ ধৰে॥ ৩৪৯
হাতে খাণ্ডা লৈয়া গদা পাইক কুটি কুটি।
বসি আছে যমেৰ দুতে দেখি একোগুটি॥ ৩৫০
পক্ষি দেখি ৰথে চড়ি হাতে লৈয়া ধনু।
আকাষ লঙ্ঘিয়া জাই দেখি হালে তনু॥ ৩৫১
সাতে পাঞ্চে ৰাখৈ কুমৰ প্ৰহৰ ধৰিয়া।
বাঘ হৰিবাৰ সে হৰিনি আইল ধায়া॥ ৩৫২
প্ৰাণ হাৰাইবাৰ সে আসিলে পৰাৰ কাৰ্য্যে।
ঝাণ্টে পলাউ ৰথে চড়ি জাহ নিজ ৰাজে॥ ৩৫৩
সুনিয়া নাৰদেৰ বানি প্ৰান কাম্পে ডৰে।
হৰিৰ চৰন হৃদয়ে ধৰিআ কহে পিতাম্বৰে॥ ৩৫৪ ॥*॥

**॥ অহিৰ ৰাগ ঃ লাছাড়ি দিৰ্ঘ ছন্দ ॥**

চিত্রলেখাৰ কৰুণ বচন

অ কি মুনিৰাজ চল গোসাই সুনিতনগৰে।
দেখ গিয়া বিদ্যমান আনলে তেজিবো প্ৰাণ
জনাইলো সে তুৰা বৰাবৰে॥ ৩৫৫
জে কাৰ্য্যে আসিলো এথা জদি আইসে দেৱৰাজ
কে পাৰে কুমৰ হৰিবাৰে॥ ৩৫৬

তৃভুবনে অধিকাৰি আপুনিসে শ্ৰীহৰি
দ্বাৰে বসি আছে চক্ৰপানি।
হনুমান খগেশ্বৰ আৰ বিৰ হলধৰ
নাম স্যুনি হালে প্ৰাণখানি ॥ ৩৫৭
ব্যেৰ্থ হৈল অঙ্গিকাৰ নাহইল কাৰ্য্য উসাৰ
থাকিবেক মোৰ প্ৰতি আষে।
আমাৰ মৰণ স্যুনি মৰিব দৈত্যনন্দনি
হুয়া সখি স্বামিৰ নৈৰাষে ॥ ৩৫৮
প্ৰানেৰ দুৰ্ল্লভ সখি উসাসে কমলমুখি
আৰ নাহি দেখিবো নয়নে।
সত্য কৈলো উসা ৰাতি নাদেখিয়া প্ৰানপতি
মৰিব সখি ৰজনি প্ৰসন্নে ॥ ৩৫৯
বিদায় দিআ আৰে মুনি চিত্ৰলেখা অভাগিনি
মৰিবো আনলে ঝাম্প দিয়া।
আপুনে গিয়া কৈল্যাস জনাউ সে দিগবাস
কথা যেন স্যুনে মহামায়া ॥ ৩৬০
মুনিৰ চৰণ ধৰি বিদায় মাগে স্যুন্দৰি
থাক গোসাই বোলয় কান্দিয়া।
কৰো প্ৰান পৰিহাৰ কহে কৱি পিতাম্বৰ
নাৰায়ন চৰন বন্দিয়া ॥ ৩৬১ ॥*॥

॥ **পদ** ॥ চিত্ৰলেখা করুনা স্যুনিয়া মহামুনি।
বোলে কেনে মৰিবাকে আইলে আভাগিনি ॥

নাৰদ-দত্ত তামসী বিদ্যাৰে চিত্ৰলেখাৰ কুমাৰ-হৰণ

তোমাৰ ক্ৰন্দনে মোৰ বড় মন ঝুৰে।
মোৰ একগুটি মন্ত্ৰ সিখহ সত্বৰে॥ ৩৬২
মন্ত্ৰ জপি সত্বৰে তামসি কৰি মায়া।
কেহো নেদেখিব নিন্দবানে ঘুম গৈয়া॥
কুমৰকে ৰথে তুলি আঙ্কোৱালি কৰি।
আপুন ইছায় জাহ সুনিতনগৰি॥ ৩৬৩
সবাকে দেখিব তোকে নেদেখিব আনে।
মোৰ মন্ত্ৰবানে আতি হুইব অচেতনে॥
সুনিয়াসে জেবে তোক কোপ কৰে হৰি।
আপুনি আসিয়া বুঝাইবো আগ বাড়ি॥ ৩৬৪
এহি বুলি নাৰদে সিখাইলা মন্ত্ৰগুটি।
নাৰদকে চিত্ৰলেখা পুজে পৰিপাটি॥
মুনিকে প্ৰণামি চৰি ৰথেৰ উপৰে।
চিত্ৰলেখা চলি গৈলা নগৰ ভিতৰে॥ ৩৬৫
জপিতে জপিতে মন্ত্ৰ নগৰ বেড়ায়।
মন্ত্ৰৰ প্ৰভাৱে কেহো দেখিতে নাপায়॥
সুৰপুৰি জিনিয়া সে দ্বাৰকানগৰি।
ফটিকেৰ গড় সপ্ত সোণাৰ ওৱাৰি॥ ৩৬৬
নগৰৰ প্ৰভাৱ কি কহিবো একমুখে।
চিত্ৰলেখা দেখিয়া সে বেড়ায় কৌতুকে॥
কতোক্ষণে গৈল অনিৰুদ্ধৰ আওাসে।
এ পালি প্ৰহৰি দেখি হৈলেক হাতাস॥ ৩৬৭

সকল সৰিৰ কাম্পি তনু স্থিৰ নয়।
ৰথতে বসিলা চিত্ৰলেখা বড় ভয়॥
মুখত পৱন নাই সে লোমাঞ্চ সৰিৰ।
কলাৰ মঞ্জৰি জেন বতাসে অথিৰ॥ ৩৬৮
কতক্ষণ মনতেসে ভয় সামৰিয়া।
গঢ় লঙ্ঘিবাক জাই মুনিকে স্মৰিয়া॥
উত্তৰ দুআৰে হলধৰক দেখিয়া।
ডৰ পাইল চিত্ৰৰেখা আইল বাহুড়িয়া॥ ৩৬৯
সে দুৱাৰ ছাৰিয়া যে লড়িলা দক্ষিণে।
দক্ষিনে ভাবট জুড়ি আছে হনুমানে॥
ভয়ে পাছ গুচি সে লড়িলা পূৰ্ব্বদ্বাৰে।
তথাত বসিয়া আছে ত্ৰিভুবনসাৰে॥ ৩৭০
ভয় পায়া পছিম দুআৰ লাগি জাই।
দেখয় গৰুড় বসি আছয় তথায়॥ ৩৭১
ভুজঙ্গম খাইতে খাইতে আছে খগপতি।
দেখি চিত্ৰলেখা ডৰে চাপে একভিতি॥
নাহিকে সাহস নাৰদৰ মন্ত্ৰ সিখি।
তৰাসে তবধ আতি গৰুড়কে দেখি॥ ৩৭২
ৰথেৰ উপৰে বসি থাকিল গুনিয়া।
আজি ভাগ্যবসে জাঞ প্ৰানখানি লৈয়া॥
সৰ্প্পেৰ মাথাৰ মনি কাড়িবাক আইলো।
আপুনাৰ উপাএসে আপুনি বুড়াইলো॥ ৩৭৩

জদি নালেখিলো হয় দ্বাৰকানগৰি।
বুঝাইতে পাৰিলো হয় ৰাজাৰ কুমাৰি॥
সোপনেৰ কথা সখি কিচো নোহে সাৰ।
এ বুলি ভাঙ্গিলো হয় কুমাৰি ৰাজাৰ॥ ৩৭৪
কি কাম কৰিলো অনিৰুদ্ধকে লিখিলো।
আপুনাৰ হাতে বিস. আপুনে ভক্ষিলো॥
এসবাৰ আগত কিসেৰ গুনগান।
নিচ্চয়ে জানিলো মোৰ হৰাইবো পৰান॥ ৩৭৫
নাৰদৰ মন্ত্র সকলে পাসৰিলু।
পৰকার্য্যে অকাৰনে প্রান হাৰাইলু॥
মনে মনে চিত্রলেখা নাৰদ স্মৰিয়া।
জেবে প্রভু ৰাখিবে উপায় বোলসিয়া॥ ৩৭৬
পাসৰিলো ভয়ে মন্ত্র নাহি স্তুতৰন।
কৃপাময় মুনি তুমি দেৱৰ পুজন॥
এহি বুলি চিত্রলেখা মুনিক ধিয়ানে।
ভুত ভৱিষ্যত কথা নাৰদেসে জানে॥ ৩৭৭
আকাশ গমনে তেতিখনে মুনি আইল।
দুৰ হন্তে চিত্রলেখা দৰসন পাইল॥
মুনি বোলে চিত্রলেখা তুমি তোল মাথা।
মঞি বিদ্যমানে তোৰ ভয় নাহি এথা॥ ৩৭৮
আকাৰনে ডৰাইলে সে মন্ত্র পাসৰিয়া।
ভাল দুতি উসা তোকে দিলেক পঠায়া॥

মোৰ মন্ত্র সিখি তোৰ এত ভয় কেনে।
অব্যের্থ তামসি মায়া জানে তৃভুৱনে॥ ৩৭৯
কহিলা নাৰদ মুনি মন্ত্র আৰোবাৰ।
নাকৰ তৰাস কাৰ্য্য সাধহ উসাৰ॥
মন্ত্র সিখি চিত্রৰেখা হইল হৰিসিত।
মুনিৰ তামসি মায়া সিখিলা তুৰিত॥ ৩৮০
মন্ত্র কহি নাৰদে আকাষে কৈলা গতি।
মন্ত্র সিখি চিত্রৰেখা হৰিসিত আতি॥
মনে বোলে নাজাইবো গৰুড়দুআৰে।
আৰো জানো জানে হনুমান হলধৰে॥ ৩৮১
এ পুব দুআৰে জাঞ জথা জগন্নাথে।
জানিলে কৰিবো তুতিনতি জোড়হাত॥
কৃপাময় নাৰায়ন হুইব পৰসন।
আনহাতে পড়িলে কৰিব নিবৰ্ত্তন॥ ৩৮২
জদিবা মোহৰ মন্ত্রে কেহো নাহি দেখে।
তেবে কাৰ্য্য সাধিবো আপুন মনস্থুখে॥
এহি বুলি গৈলা দুতি হৰিৰ দুআৰে।
কৰিয়া তামসি মায়া মন্ত্র জাপ্য কৰে॥ ৩৮৩
চিত্রলেখা কৈলা মন্ত্র চাহিয়া গোবিন্দ।
হৰিৰ নয়ন দুই ঢাকি কৈলা নিন্দ॥
ধনুবান হাতেৰজে পড়িল খসিয়া।
থাকিলা দুআৰে হৰি সয়ন কৰিয়া॥ ৩৮৪

গৈলা চিত্ৰলেখা তেবে উত্তৰ দুয়াৰে।
হলধৰ দেখি মন্ত্ৰ কৰে আৰবাৰে॥
ঢুলে হলধৰ নিদ্ৰাকুল হৈল চিত্ত।
নাঙ্গল খসিয়া তেবে পড়িলা ভুমিত॥ ৩৮৫
নাহিকে সকতি আৰ মেলিতে নয়ন।
কাপোড় পাড়িয়া বিৰ কৰিলা সয়ন॥
হলধৰ হৈল জেবে নিন্দে অচেতন।
চিত্ৰলেখা আন দ্বাৰে কৰিলা গমন॥ ৩৮৬
ভয়ঙ্কৰ ৰূপ ধৰি আছে খগপতি।
দেখি চিত্ৰলেখা মন্ত্ৰ কৈলা সিঘ্ৰগতি॥
সাপেৰ ভোজন তেবে গৰুড়ে এড়িয়া।
নিদ্ৰাত পড়িলা সে পাখাতে ঠোঁঠ দিয়া॥ ৩৮৭
অচেতন হৈলা জেবে বিহঙ্গমপতি।
দেখি চিত্ৰৰেখা হৰিসিত হৈলা মতি॥
এখনে জানিলো সে কাৰ্য্যেৰ হুইব সিদ্ধি।
ৰহিলা উসাৰ প্ৰাণ সুপ্ৰসন্ন বিধি॥ ৩৮৮
প্ৰাণ মোৰ স্থিৰ নোহে দেখি খগেস্বৰ।
গৰুড় পড়িলা নিদ্ৰা কাকো নাহি ডৰ॥
সে দ্বাৰ ছাৰিয়া তবে গেল চিত্ৰৰেখা।
দক্ষিণ দুআৰে হনুমানেৰ পাইল দেখা॥ ৩৮৯
সচকিতে চিত্ৰলেখা কৈলা মন্ত্ৰবান।
অচেতন নিদ্ৰাত পড়িলা হনুমান॥

হনুৰ নাসিকা আতি খৰতৰ বায়ে।
ৰথ সমে চিত্ৰলেখা আসে আৰো জাৰে॥ ৩৯০
জতন কৰিয়া হইয়া একপাস।
হাথি ঘোড়া সেনাগন নিন্দাইল নিসেষ॥
এ পুব দুআৰে জাআ পসিল ভিতৰ।
দেখিলেক চিত্ৰলেখা কামেৰ কুমৰ॥ ৩৯১
বাপেৰ কোলাত সে কুমৰ আছে স্থতি।
শ্যামল সুন্দৰ ৰূপ অনুপাম আতি॥
কত লক্ষ নাৰিগন প্ৰহৰ ধৰিয়া।
কুমাৰক ৰক্ষা কৰে একচিত্ত হয়া॥ ৩৯২
ঘৰে প্ৰবেসিল চিত্ৰ মুনি সুমৰিয়া।
কুমাৰেৰ ৰূপ দেখি ৰহিল গুনিঞা॥
হেন ৰূপে পুৰুষ নাদেখি ত্ৰিভুৱনে।
ভালেতো কুমাৰি উসা পিড়ে কামবানে॥ ৩৯৩
ইহাক দেখিয়া কোন স্ত্ৰি ধৰে প্ৰাণ।
এহি বুলি চিত্ৰলেখা কৈল মন্ত্ৰবান॥
আৰবাৰ চিত্ৰলেখা মন্ত্ৰ কৈল গতি।
নিদ্ৰাত পৰিল কামদেৱ আৰ ৰতি॥ ৩৯৪
চিত্ৰৰেখা ধিৰে ধিৰে নিকট চাপিয়া।
নিল কুমাৰকে ভুজলতাএ জড়িয়া॥
তাৰ অঙ্গপৰসে জাগিল পাঞ্চবান।
তনু ঘৰ্ম্ম লোমাঞ্চ সৰিৰ বিদ্যমান॥ ৩৯৫

কুমৰকে কোলে কৰি থাকিল গুনিআ।
তনু ঘর্ম্ম হইল কেমনে জাইবো লআ॥
মন মোৰ কিবা কৰে বুলি হৈল লাজ।
পৰাৰ নিমিতে আসি কৰিলো আকাজ॥ ৩৯৬
বিষ্ণু সুমৰিয়া নাসা কর্ন্ন পৰসিয়া।
হেন কার্য্য কৰিতে মনুস্যে জাই ধায়া॥
সুজতনে মনে মনে ভয় সামৰিআ।
চড়িলা ৰথতে কুমৰকে কোলে লৈআ॥ ৩৯৭
নাৰদ মুনিৰ পাৱ চিন্তিয়া হিআয়।
মাৰুতমণ্ডলে ৰথ আলগতে জাই॥
গৈলা জেবে ৰথ পাঞ্চ সহস্র জোজন।
চেতন পাইলা তেবে কামেৰ নন্দন॥ ৩৯৮
সম্ভ্রমে কুমৰে চাহে নয়ন মেলিয়া।
কন্যাকে নিকটে দেখি বসিল উঠিয়া॥
ৰথে চড়ি কথা জাই কথাৰ কামিনি।
ঘৰ এড়ি কথা আইলো নিলয় নাজানি॥ ৩৯৯
তিনি লোকে মোহে আতি ৰূপসি জুৱতি।
গগনেৰ পথে লোক লআ জাই কতি॥
বড় অদভুত দেখি কার্য্যেৰ লক্ষন।
মধুৰ বচনে সোধে কামেৰ নন্দন॥ ৪০০
অনিৰুদ্ধে বোলে তুমি জুৱতি কাহাৰ।
নেদেখি ৰমনি আন সমান তোমাৰ॥

কথা থাক কি নামজে সত্য কৰি কহ।
কিবা কাৰ্য্যে তুমি মোক কথা লৈয়া জাহ॥ ৪০১
এ পালি প্ৰহৰি মোক ৰাখে বহুতৰ।
হৰি হলধৰ হনুমান খগেশ্বৰ॥
এসব থাকিতে কেমনে পসিলি দুআৰে।
কতি লৈআ জাহ কিবা কাৰ্য্যক আমাৰে॥ ৪০২
তোমাৰ সহিতে মোৰ নাহি পৰিচয়।
হেন কাৰ্য্য কৰ কেনে নাবুঝি আসয়॥
খানিক ৰহাৱ ৰথ ভাল মন্দ জানি।
কি কাৰ্য্যে কথাকে নেহ কহ সত্য বানি॥ ৪০৩
স্বনিআজে চিত্ৰলেখা কুমৰেৰ কথা।
কৰি আছে কৰজোড় জুড়ি আছে মাথা॥
সংশয় নাকৰ প্ৰভু স্বন সব কাৰ্য্য।
চিত্ৰলেখা নাম মোৰ স্বনা জদুৰাজ॥ ৪০৪
কৈলাস পৰ্ব্বতে থাকি হৰ আছে জথা।
জে কাৰ্য্যে তোমাক নেঞ স্বন তাৰ কথা॥
স্বনিতনগৰে বানাস্বৰ দৈত্যপতি।
তাহাৰ তনয়া উসা প্ৰথমযুৱতি॥ ৪০৫
জাতিত পদ্মিনী সে দানৱেৰ ৰৰবালা।
সদায় নাছাড়ে সঙ্গে ভ্ৰমৰাৰ মেলা॥
পৱন স্বগন্ধি জাৰ সৰিৰ পৰসে।
ত্ৰৈলোক্যমুহনি কন্যা অলপ বয়সে॥ ৪০৬

আতি সুচৰিতা তৃভুবনে অনুপামা।
লোপামুদ্রা অৰুন্ধতী সাবিতৃউপামা॥
উসা নামে কন্যা সে মোহোৰ প্রানসখি।
গুন সুনি শ্রৱনে জুড়য় ৰুপ দেখি॥ ৪০৭
উসাকে দিলন্ত বৰ দেৱি তুষ্টমনে।
বৈসাগৰ দোআদসি জে তোক সোপনে॥
আসিয়া তোহোৰ পুৰে অনুভৱে ৰতি।
সেহিজনা হুইবেক তোহোৰ প্রানপতি॥ ৪০৮
এই বুলি কৈলাসকে গৈলা মহামায়া।
পাছেসে সোপনে সখি তোমাকে দেখিয়া॥
সোপনে তোমাৰ সঙ্গে আছিলা ৰতিৰঙ্গে।
তোমাৰ বিৰহে তাকে পিড়িত অনঙ্গে॥ ৪০৯
বিৰহে বিকল চিত্ত ধৰিতে নাপাৰে।
বিৰহেৰ তাপে ক্ষেনে চাহে মৰিবাৰে॥
আগুনিতে চাহে প্রাণ কৰিবাক নাস।
সখিসকলে তাকে কৰিলা আস্বাস॥ ৪১০
সে বোল নাসুনে উসা চাহে মৰিবাক।
অঙ্গিকাৰ কৰিলো আমি ৰাখিতে তাহাক॥
তোমাক মিলাইবো নিআ নিকটে তাহাৰ।
আজিকাৰ নিসি মঞি কৈলো অঙ্গিকাৰ॥ ৪১১
সে কার্যে আসিলো মঞি তোমা হৰিবাৰে।
চলগিয়া দেখ উসা ৰুপসি তোমাৰে॥

নাৰদৰ প্ৰসাদে তামসি কৰি মায়া।
কেহো নাদেখিলা মোকে আইলো তোমা লৈয়া ॥৪১২
আৰ চাৰি দণ্ডে পাইবো সুনিতনগৰি।
দেখ আপুনাৰ আজি পৰম সুন্দৰি॥
আৰ এক কথা পুছো সুন জদুপতি।
তোমাকে ৰাখিতে কেনে এতেক যুগুতি॥ ৪১৩
ইহাৰ কাৰন প্ৰভু সুনো কহিয়োক।
জদি দাসি কৰি প্ৰভু মানিস মোহোক॥
হাসিয়া কুমৰে বোলে সুন চিত্ৰলেখা।
সোপনে সুন্দৰি এক মঞি পাইলো দেখা॥ ৪১৪
সে কামিনি সহিতে বঞ্চিলো সব ৰাতি।
প্ৰভাতে উঠিয়া কথা গৈল সে যুৱতি॥
তাহাৰ বিৰহে মোৰ তনুসব দহে।
দেশান্তৰি কৰিতে চাহিলো কামমোহে॥ ৪১৫
আপুনি শ্ৰীহৰি গিয়া আনিল ধৰিয়া।
সে কাৰ্যে প্ৰবন্ধে ৰাখে জতন কৰিআ॥
কুমৰেৰ সব কথা চিত্ৰলেখা সুনি।
বোলে প্ৰভু সব মায়া পাতিলা গোসানি॥ ৪১৬
উসাৰ স্বৰূপে নিয়া দেখাইলা তোমাক।
মায়ায়ে তোমাকে নিয়া দেখাইলা উসাক॥
সকলে গৌৰিৰ মায়া আমি জানি মনে।
দুয়োজনে মোহিলেক নিসিৰ সপনে॥ ৪১৭

দুইহান হৃদয় যদি মিলিল দুইহান্তে।
জেন একে তনু দুয়ো দুইহাঙ্ক চাহান্তে।
অনুৰূপ কিবা বিধাতাৰ নিৰমান।
জেন সখি তেন তুমি একেই ধাৰান ॥ ৪১৮
অনিৰুদ্ধে বোলে সখি স্বৰূপ এ কথা।
ঝাণ্টে বাহ ৰথ তোৰ সখি আছে জথা ॥
গগনেৰ পথে জায় কুথাৰ আলাপে।
দেখিলা অগ্নিৰ গড় নগৰ সমিপে ॥ ৪১৯
গগনে জিনিলা জেন দেখি ধনঞ্জয়।
দসোদিসে দেখিলা অনেক জলাসয় ॥
বিধুম আনল জলে দেখিতে তৰাস।
মহাতাপে লঙ্ঘিতে নাপাৰে কেহো পাস ॥ ৪২০
আনল দেখিয়া তেবে কামেৰ কুমৰ।
জন্মিল পৰম তাপ ভয় আপুনাৰ ॥
লড়িল হৃদয় মন স্বস্ত নাহি হয়।
বোলে মোকে মাৰিবাক পাতিলা উপায় ॥ ৪২১
নাহৈস উসাৰ দুতি স্বৰূপে কামিনি।
কিবা তঞি জক্ষ ৰক্ষ নাগেৰ ৰমনি ॥
কিবাসে ৰাক্ষস তঞি নাপাৰি বুঝিতে।
মায়া কৰি আনিলেসে আমাক বধিতে ॥ ৪২২
কোনবা কালেৰ বৈৰি সুমৰিয়া মনে।
মায়ায় ছলিয়া মোক আনিলে এখানে ॥

স্তুন কহি চিত্ৰৰেখা আমাৰ উত্তৰ।
বাহুৰিয়া চল জাই দ্বাৰিকানগৰ॥ ৪২৩
কহিলো তোমাৰ স্তুনা ঋত ভাল নোহে।
হৰি পৰসনে কৰি পিতাম্বৰে কহে॥ ৪২৪

**॥ গুঞ্জৰি ৰাগ ঃ লাছাড়ি পদ ছন্দ॥**

অগ্নিগড় দেখি অনিৰুদ্ধৰ আতঙ্ক

স্তুন চিত্ৰলেখি হে
স্তুন চিত্ৰলেখি মঞি বোলো তোক।
নিজ থানে নিয়া থুআৰ মোক॥ ৪২৫
অগ্নিৰ গড়সে লঙ্ঘে আকাস।
দেখিয়া কুমৰ পাইলা তৰাস॥
বাহুড়াঞঁ ৰথ জাঞ নিজ দেসে।
কেমনে আনলে হৈবে প্ৰৱেসে॥ ৪২৬
দেসে ফিৰি লআ জাহ আমাকে।
সাধ নাহি আৰ তোৰ উসাকে॥ ৪২৭
চৌদিশে জুড়িয়া আনল জলে।
দেখিয়া তনু ভয়ে মোৰ হালে॥ ৪২৮
কি বোল বুলিলে কিবা স্তুনিলে।
বাহুড়াই থৈয়ো নিয়া জথা পাইলে॥ ৪২৯
স্তুতিয়া আছিলো বাপেৰ কোলে।
তঞি কেনে হৰি আনিলি ছলে॥ ৪৩০
বুঝিলো সকলে তোমাৰ কথা।

প্ৰাণ নিতে মোক আনিলি এথা ॥ ৪৩১
জত বোল বোলে সকলে মিছা।
আমাক মাৰিতে তোমাৰ ইছা ॥ ৪৩২
গগনপন্থে নসঞ্চৰে পক্ষি।
তাতে কেমনে জাইবা চিত্ৰলেখি ॥ ৪৩৩
বিসম আতি দানৱেৰ মায়া।
হৰিলা মোকে অচেতন পায়া ॥ ৪৩৪
সংসাৰ মাঝে কোন বিৰ আছে।
প্ৰৱেস কৰে আনলেৰ মাঝে ॥ ৪৩৫
ভাল নোহে সখি তোমাৰ মন।
পিতাম্বৰে কহে স্মৰি নাৰায়ন ॥ ৪৩৬ ॥*॥

**॥ ৰাগ অহিৰ ঃ লাছাড়ি দিৰ্ঘ ছন্দ ॥**

চিত্ৰলেখীৰ আশ্বাস-বাণী

অ কি জদুৰাজ
কহো গোসাই তোমাৰ চৰণে।
আসুখ নাভাব মনে দোশ দেস আকাৰনে
আপুনাক নাচিন আপুনে ॥ ৪৩৭
কুমাৰ আকুল দেখি ডৰাইল চিত্ৰলেখি
চৰনে পড়িআ কৰে তুতি।

তোমাৰ বচন স্থনি ডৰে হালে প্ৰানখানি
হেন কি কুবোল বোল আতি ॥ ৪৩৮
জত দেখ তৃভুবন তোমাৰ ঘৰেৰ জন
এ বায়ু বৰুন বস্থমতি।
জম ৰাজা বৈস্থানৰ বায়ু অস্মিনিকুমৰ
এ চান্দ স্থৰুজ দিৱা ৰাতি ॥ ৪৩৯
হৰি পিতামহ জাৰ তৃভুবনে অধিকাৰ
ৰতিগৰ্ব্ভে তোৰ উতপতি।
বাপ জাৰ পাঞ্চসৰ তাৰ কেনে এত ডৰ
তিনি লোকে বিদিত কিৰিতি ॥ ৪৪০
অগনি বৰ্ব্বৰ নোহে প্ৰাণ কি তোমাৰ দহে
তাৰ সঙ্কা নাই মৰিবাৰ।
স্থনিলে সাৰঙ্গপানি প্ৰান লইব চক্ৰে হানি
তৃভুবনে নাহি প্ৰতিকাৰ ॥ ৪৪১
সঙ্কৰে দিলেক ৰথ বায়া জাইবো আলগত
সতেক জোজন জাৰ গতি।
লঙ্ঘিয়া অগ্নিৰ গড় জাইবো সোনিতপুৰ
দেখ উসা প্ৰথমযুৱতি ॥ ৪৪২
তুমিসে সখিৰ প্ৰান তাত জেবে কৰো আন
আজিৰ ৰজনি অৱসেসে।
নাৰায়ন পৰসনে করি পিতাম্বৰে ভনে
উসা প্ৰান তেজিব আৱসে ॥ ৪৪৩ ॥

অনিৰুদ্ধৰ অগ্নি গড়-প্ৰৱেশ, মায়া-পোহৰত নগৰ-দৰ্শন

॥ পদ ॥ চিত্ৰৰেখা বচনে সন্তোষ অনিৰুদ্ধ।
জানিলেক চিত্ৰৰেখা মন আতি সুদ্ধ॥
প্ৰসন কমলমুখ মন্দ মন্দ হাস।
দসন মুকুতাঅলি আতি পৰকাশ॥ ৪৪৪
চিত্ৰৰেখা বুঝিল কুমৰ হৰিসিত।
ছলে পৰিহাস তেৱে লাগিলা কৰিত॥
চিত্ৰৰেখা বোলে দেৱ হেন বোলা কেনে।
প্ৰাণ ফুটিবাক চাহে তোমাৰ বচনে॥ ৪৪৫
তোমাৰ ঘৰেৰ প্ৰভু দেখা জত লোক।
জমেৰ সকতি কি মাৰিতে পাৰে তোক॥
তোমাৰ পৃয়াৰ কাৰ্য্যে মোৰ কিবা দায়।
মোৰ এহি ভাল দোষ দিলে যদুৰায়॥ ৪৪৬
সাহস কৰিয়াসে তোমাৰ কৰো কাৰ্জ্জ।
সুনিয়া তোমাৰে কথা বড় পাইলো লাজ॥
এখন তোমাকে প্ৰভু কি বুলিবো আৰ।
প্ৰথমতে দৰশন কৰোহো উসাৰ॥ ৪৪৭
গন্ধৰ্ব্ব বিবাহ হৈলে সাখএ সহিতে।
দুয়োজনে কুসলে থাকিবা হৰিষিতে॥
সেহি বেলা এসব কৰাইবো সুতৰন।
কৰাইবো পৰম লজ্জা তোমাক তেখন॥ ৪৪৮
কাৰ্য্য নাহি উসাকে বুলিলা তুমি এথা।
এহি বোল সুতৰন কৰাইবোহো তথা॥

পাছে জানো তথাতে নাকৰ অনুমান।
তুমি আমি বিনা এথা সাখি নাহি আন॥ ৪৪৯
অল্প বোল বুলিয়াসে দিলা মনদুখ।
কৰাইবো পৰম লজ্জা স্নুম চন্দ্ৰমুখ॥
হেন স্নুনি কুমৰেৰ মুখে মন্দ হাস।
বোলে সখি মোকে নাকৰিহ উপিহাস॥ ৪৫০
তোৰ মন বুঝিবাকে এ বোল বুলিলো।
মহা স্নুচৰিতা মঞি হৃদএ জানিলো॥
ৰথ বাহা লঙ্ঘি জাঞ গড় অগনিৰ।
ঝাণ্টে বাহ জথা তোৰ আঞাস সখিৰ॥ ৪৫১
চিত্ৰলেখা স্নুনিলে সে কুমাৰেৰ বচন।
বাহিলা বিমান জেন ছুটিল পৱন॥
উৰ্দ্ধকে বাহিলা ৰথ কৰি সিঘ্ৰগতি।
পঞ্চাধিক সহস্ৰ জোজন কৈল গতি॥ ৪৫২
অগনি এড়ায়া ৰথ বাহি কুৰি ক্ৰোশ।
দেখিয়া কুমৰ মনে পৰম সন্তোষ॥
উসাৰ আওাসে ৰথে লৈয়া গেল বায়া।
কুমৰকে চিত্ৰলেখা বোলয় হাসিয়া॥ ৪৫৩
ভালে এড়াইলা প্ৰভু অগনি দুৰ্য্যয়।
এখনে আমাৰ বোল হইল প্ৰত্যয়॥
উসাৰ আঞাসে ৰথ লৈ জায় জুৱতি।
কৰ দৰসন উসা প্ৰথম যুৱতি॥ ৪৫৪

সখিৰ বচন জেন অমৃতৰ ধাৰ।
সুনিয়া চঞ্চল হৈল কামেৰ কুমাৰ॥
কুভাণ্ডনন্দিনি সুন আমাৰ বচন।
দৈত্যৰ মন্দিৰে মোক দেখিবা কেমন॥ ৪৫৫
এমত দুৰ্গম পথ নাহি দেখি আৰ।
কোনো পুৰে আছে তাৰ আওাসে ৰাজাৰ॥
জোড়হাতে বোলে "সুন যদুপতি।
কিছুমাত্ৰ অল্প আছে সেস হৈল ৰাত্ৰি॥ ৪৫৬
প্ৰভাতে তেজিব প্ৰাণ সূৰ্য্য উদয় দেখি।
প্ৰচণ্ড আনলে ঝাপ দিব প্ৰানসখি॥
বিস্তৰ ৰাত্ৰি গৈল আছে অল্প ৰজনি।
সুভ ক্ষনে দেখহ বান ৰাজাৰ নন্দিনি॥ ৪৫৭
ৰাত্ৰি আৱসেষ হৈল ঘোৰ অন্ধকাৰ।
কিমনে দেখিবা প্ৰভু ৰাজাৰ বাড়িঘৰ॥
জদি পাৰ প্ৰভু তেবে আনিতে ভাস্কৰ।
দেখাইম জত আছে সেনাপতি নৰ॥ ৪৫৮
অনিৰুদ্ধ বোলে সখি সুন চিত্ৰৰেখা।
কৰাইব প্ৰকাস জেন আদিত্যেৰ দেখা॥
আমাৰ বচন সুন কুভাণ্ডনন্দিনি।
মোহিবা দানৱসেনা নিদ্ৰাবান হানি॥ ৪৫৯
বিনয় কৰিয়া অনিৰুদ্ধ কৰে স্তুতি।
হইবা প্ৰসন্ন মোক কাস্যপ সন্ততী॥

স্বনি চিত্ৰৰেখা মন্ত্ৰ কৈল তখনে।
হৰিল সব্বাৰ প্ৰান নিন্দে অচেতনে॥ ৪৬০
নৃপতিক আছ্য কৰি দৈত্যসেনা জত।
হৰিল সব্বাৰ প্ৰাণ নিদ্ৰা হৈল গত॥
মাধৱক প্ৰণামিল পিতাৰ চৰণ।
আদিত্যক স্তুতি কৰে কামেৰ নন্দন॥ ৪৬১
নমো দিবাকৰ প্ৰভু কাস্যপনন্দন।
বৰ দেহ দিবাকৰ বুলি এ বচন॥
তুমি হৰি তুমি দিনপাল প্ৰানপতি।
তোমাৰ বিহিনে জেন হয়ে কালৰাত্ৰি॥ ৪৬২
জেখানে ছাৰিয়া জায় সেহিখানে অন্ধকাৰ।
আমাক প্ৰসন্ন হও প্ৰভু দিব্বাকৰ॥
তুমি প্ৰসন্ন কৰা মেদনিমণ্ডল।
অন্ধকাৰ খণ্ডিয়া হয়তো নিৰ্ম্মল॥ ৪৬৩
তুমি সব্বাহাৰে প্ৰান জগতজিব্বন।
সব্বাৰে সৰিৰে থাকি পাল ত্ৰিভুবন॥
কাস্যপনন্দন প্ৰভু হইবা সদয়ে।
প্ৰসন্ন হয়া তুমি কৰহ উদয়ে॥ ৪৬৪
বৈসম্পায়ন বদতি স্বনিয়ো জন্মিজয়।
কুমাৰে অনেক তুতি কৰিল বিনয়॥
কুমাৰেৰ স্তুতি দেখি কাস্যপনন্দন।
মায়া কৰি দিবাকৰ হইল প্ৰসন্ন॥ ৪৬৫

চিত্ৰৰেখা বোলে প্ৰভু স্থন যদুপতি।
নৃপতিৰ আওাসে এহি দেখ অম্ৰাৱতি ॥
দেখহ ৰাজাৰ পুৰি পৰম স্থন্দৰ।
গৰখাই দেখ জেন অনঙ্গ সাগৰ ॥ ৪৬৬
দেখ উপবন নদনদী সৰোবৰ।
দেখহ চন্দনবন অতি মনোহৰ ॥
প্ৰাচীন দেওাল দেখ প্ৰাচিন অতিশয়।
নাপাৰে লজ্ঘিতে জাক বিহঙ্গমচয় ॥ ৪৬৭
ৰাক্ষস দানৱ জত ৰাজাৰ সভায়ে।
হস্তি ঘোড়া সেনা ৰথ দেখি লাগে ভয় ॥
বৃন্দাবন গহন জেন সোভে আতিসয়।
অম্ৰাৱতি জিনি পুৰি কহন নাজায় ॥ ৪৬৮
কুমাৰ দেখিল জত দানৱেৰ পুৰি।
সৱাকে দেখাইল কন্যা কুভাণ্ডকুমাৰি ॥
পুনৰুপি কুমাৰজে বলিল তথায়।
দেখিল দানৱপুৰি দৈত্যসেনাচয় ॥ ৪৬৯
অনন্তৰে কুমাৰক বোলন্ত ভাস্কৰ।
তুমিসে পৰম ইষ্ট মদনকুমাৰ ॥
ৰাখিলাম তোমাৰ বাক্য আমি ঘৰ জাই।
আপনাৰ স্থখে কাৰ্য্য কৰ এহি ঠাই ॥ ৪৭০
কৰজোড় কৰিয়া কুমাৰে বোলয়।
দেখিলু দানৱপুৰি তোমাৰ কৃপায় ॥

তপে ৰাধ কৰিলু তোমাক আনিলু।
ক্ষেমিবা সকল দোষ এত ব্রায় কৈলু॥ ৪৭১
কুমাৰক বৰ দিয়া গৈল দিবাকৰ।
পুনৰুপি অন্ধকাৰ সকল নগৰ॥
পূর্ব্বদিসে হেন কিছু ৰবিৰ কিৰণ।
ৰাত্রি অৱসেস হৈল দেখিল তখন॥ ৪৭২
উসাৰ আওাস গৈল কুভাণ্ডনন্দিনি।
ৰাত্রি অৱসেস হৈল তেজিব পৰানি॥
জোড়হাত কৰি ৰথ দিলন্ত মেলানি।
পুনৰুপি গেল ৰথ দেৱৰ ভুৱনি॥ ৪৭৩
উসাদ্বাৰে উপসন্ন হৈলা দুয়োজনি।
সচকিত হেন উসা বানেৰ নন্দিনী॥
মোৰ প্রানসখি গৈল কুভাণ্ডতনয়।
অৱস্তে আনিল স্বামি জানিলো নিশ্চয়॥ ৪৭৪
নিষি অৱসেষ হৈল ৰবিৰ উদয়।
তেজিব পৰান আজি জানিলু নিশ্চয়॥
প্রভাতে আসিব বলি গৈল প্রানসখি।
আনিব স্বামি মোৰ আছো পথ দেখি॥ ৪৭৫
তেজিব পৰান আজি প্রসন্ন আদিত্য।
জেন বিৰহিনি নাৰি নাৰহে পৃথিৱীৎ॥
জত সুখভোগ মোৰ সৱ অকাৰণ।
এতেক দানৱকন্যা চিন্তে মনেমন॥ ৪৭৬

চিত্ৰলেখা হেন জানি কৰিল গমন।
উসাৰ নিকটে উপসন্ন দুয়োজন॥

উষা-অনিৰুদ্ধৰ গন্ধৰ্ব্ব-বিবাহ

প্ৰথমে দেখিলা উসা আইল চিত্ৰলেখা।
তাত পাছে স্বামিক কুমাৰি পাইল দেখা॥ ৪৭৭
এ আড়নয়নে উসা চাহে প্ৰানপতি।
মনে বোলে এহিসে ৰমিলে মোক ৰাতি॥
চাৰি চোক্ষে দৰশন উসা পাইলা লাজ।
হেঠমুখে নেহালি ৰহিলা খিতি মাঝ॥ ৪৭৮
ক্ষেনে আড়নয়নে চাহে স্বামিৰ বদন।
লজ্জায় কাতৰ উশা বৰ দুখমন॥
চিত্ৰৰেখা বোলে তেবে পৰিহাস কথা।
স্বামি তোৰ আনিলো প্ৰসাদ আন এথা॥ ৪৭৯
আমাৰ দুখেৰ কথা কেবা আৰ জানে।
সকলে স্তুনিবি সখি স্বামীৰ বচনে॥
জেখনে নাছিলা পতি নিকটে তোমাৰ।
তেখন নাছিলা অন্ত তোমাৰ কথাৰ॥ ৪৮০
এবেলা আসিল স্বামি কৈলে হেঁঠমাথা।
আনদিনা হৈলেসে কহিব আন কথা॥
অথিতিৰ ভাবেসে প্ৰথমে আইল ঘৰে।
গৌৰৱ নাকৰ কেনে বুলিয় তোমাৰে॥ ৪৮১
আমাৰ সহিতে জত কৰিলে জুগুতি।
এৱে কেনে সৱ পাসৰিলা গুনৱতি॥

আমাক বুলিলা স্বামি দেওাৰ আনিয়া।
ঘৰেৰ বাহিৰ হনে আনিব বৰিয়া॥ ৪৮২
দিয়াত সোনাৰ ঝাৰি পাখালিব পাও।
চামৰ দিয়া কৰিব সুললিত বাও॥
কৰ্পূৰ তাম্বূল সখি জোগাইব আপনে।
হাতে গন্ধতৈল লয়া চাপিব চৰনে॥ ৪৮৩
জত বিৰহেৰ দুঃখ সকলে কহিবো।
পঞ্চামৃতে সুখি মুঞি পৃআ সন্তোষীবো॥
এৱে কেনে সৱ পাসৰিলা গুণৱতি।
হেঠমাথা কৈলে কেনে দেখি প্ৰাণপতি॥ ৪৮৪
সখিৰ বচনে উসা আতি পাইলা লাজ।
হেটমাথে লজ্জাএ লুকাইল খিতিমাঝ॥
পৰিহাস বুলি চিত্ৰলেখা অনন্তৰে।
গন্ধৰ্ব্ববিহাৰ সাজ কৰিলা সত্বৰে॥ ৪৮৫
চিত্ৰৰেখা বোলে সুন কুমাৰি ৰাজাৰ।
কৰহ গন্ধৰ্ব্ব বিভা সখি আপুনাৰ॥
সাতপঞ্চ সখিসব একত্ৰ মিলিয়া।
এ গন্ধচন্দন পুষ্প আনিল তুলিয়া॥ ৪৮৬
খোড়া ভৰি তৈল আৰ চন্দনা কস্তুৰি।
আগৰ চন্দন তৈল খোড়া ভৰি ভৰি॥
দিব্য অলঙ্কাৰ পৈৰে দিব্য আভৰণ।
আনন্দিত ভৈল তৱে কুমাৰিৰ মন॥ ৪৮৭

এ জয় জোকাৰ দিল সকল ৰবনি।
বিআত বসিল তবে, বানেৰ নন্দিনী॥
গন্ধৰ্ব্ব বিবাহ হৈল বানেৰ কুমাৰি।
আনন্দিত সকলে হইল বিদ্যাধৰি॥ ৪৮৮
উসাৰ বিবাহ ভৈলা গন্ধৰ্ব্ববিধানে।
মিলিল চন্দ্ৰমা জেন কুমুদিনী সনে॥
নিভৃতে সকল কাৰ্য্য নাহি পৰচাৰ।
সখিগন বিনা কাৰ্য্য নাহি জানে আৰ॥ ৪৮৯
গুপুতে ৰহিলা উসা লৈয়া স্বামি সঙ্গে।
ৰজনি মিলিলা জেন হিমকৰ সঙ্গে॥
অনেক দিৱস জদি বঞ্চ হৈল তথা।
মন দিআ স্থনা কহি পাছে জেন কথা॥ ৪৯০
কৌকিলা নামে উসা কুমাৰিৰ ধাই।
হেন মন কৰে উসা দেখিবাক জাই॥
উষা-অনিৰুদ্ধক দেখি কৌকিলা ধাইৰ কোপ
উসা দেখিবাৰে ধাই কৰিলা জতন।
সঙ্গতি কৰিআ লৈলা সাত পাঞ্চজন॥ ৪৯১
লড়িলা কৌকিলা তেবে উসাৰ আএগাসে।
দেখিলা উসাকে তবে পুৰুসেৰ কাছে॥
সমুখে বসিয়া দুই খেলে পাসাসাৰি।
আনন্দিত সৰ্ব্বক্ষন ৰাজাৰ কুমাৰী॥ ৪৯২
উসাৰ চৰিত্ৰ দেখি ধাই গুনে মনে।
কেনে মিছা হৈব মঞি দেখিলো সোপনে॥

ফলিল প্ৰমাদ সেজে কে ৰাখিতে পাৰে।
অনেক দানৱ জাইব জমৰ নগৰে॥ ৪৯৩
আলক্ষনি উসা সৰ্ব্ব কুল কৈলে নাস।
কন্যা হুয়া স্ত্ৰিৰ কি হেনয় সাহাস॥
দেখা কেন নিসঙ্ক বাপকো নাডৰায়।
হৈল ঘোৰ ৰন আৰ খণ্ডন নাজাই॥ ৪৯৪
ধাই বোলে স্থন উসা কুলেৰ খঙ্খাৰি।
কেনে হেন কাম তঞি কৰিলি বৰ্ব্বৰি॥
হইয়া ৰাজাৰ ঝিউ কেনে কৈইলে জাৰ।
সকল দানব কুলে ৰাখিলে খঙ্গাৰ॥ ৪৯৫
নাম গ্ৰাম নাজানি কথাৰ তোৰ পতি।
হেন কাম কৈলে কেনে ৰাজাৰ দুহিতি॥
তোৰ মন গৈলা জেবে দেখিয়া ৰূপস।
নাম গ্ৰাম কুল সিল পুছিয়া আৱস॥ ৪৯৬
আমাৰ দুআৰে তেবে বাপক জনাই।
উচিত বিধানে তোক দিবেক বিদায়॥
বিচাৰে নাহৈল আপুনাৰ সম জন।
খিধা কি লাগিলে কৰি অভক্ষ ভোজন॥ ৪৯৭
বাপ বিদ্যমানে হেন কৰিলি অকাজ।
লোক-চৰচাকো তঞি নাৰাখিলে লাজ॥
সুপন্থ থাকিতে কেনে গৈল মন্দ পথে।
কলঙ্ক ৰাখিলে দৈত্যকুলে তোত হস্তে॥ ৪৯৮

ধাইৰ বচন শুনি হেঠমুখে উসা।
ভয় লাজ সম্পজিল দুৰ কৈল পাসা॥
উসাৰ আসুখ দেখি কামেৰ নন্দন।
কোপে দুই চক্ষু কৈলা অৰুনকিৰন॥ ৪৯৯
কোপ কৰি কুমৰ এড়িল পাসাসাৰি।
ধাইকে চাহিয়া কোপে আতি ভয়ঙ্কৰি॥
ডৰাইলা কৌকিলা কুমাৰেৰ কোপ দেখি।
ৰাজাৰ পাসক গৈলা উসাকে উপেখি॥ ৫০০
ধাই বোলে সুনা প্ৰভু কহো তোৰ পায়ে।
কলঙ্ক ৰাখিলে তোৰ কুলে উসা ঝিয়ে॥
উসাৰ চৰিত্ৰ কহো সুনা একমনে।
কহে পিতাম্বৰে নাৰায়ন পৰসনে॥ ৫০১॥ ॥*॥

**॥ ৰামগিৰি ৰাগ ঃ লাছাড়ি মধ্য ছন্দ ॥**

বাণাসুৰৰ ওচৰত কৌকিলাৰ গোচৰ

দেখিলো দেখিলো গোসাই হে
উসা পুৰুষেৰ সঙ্গে।
কুলেৰ খখাৰি উসা থুইলে কোন ৰঙ্গে॥ ৫০২
পুৰুষে বুলিলো গোসাই হে
ইহাক ভসায়ো সাগৰে।
সংসাৰ ভৰিল তোৰ উসাৰ খখাৰে॥ ৫০৩

উচিতে বুলিলো গোসাই হে
আমাকে কৈইলে ৰোস।
মজাইল দানৱকুল আপুনাৰ দোসে॥ ৫০৪
কথাৰ পুৰুস গোসাই
হৰি হৰি অলপ বয়সে।
আসিল চন্দ্রমা জেন সঘনে আকাসে॥ ৫০৫
স্যামল সুন্দৰ ৰূপ হে
হৰি হৰি নাপাৰি কহিতে।
মদন আসিলা জেন সংসাৰ ছলিতে॥ ৫০৬
কমল নয়ন গোসাই হে
অঙ্গে সোভে পিত বাস।
সিংহেৰ ছৱাল জেন দেখিতে তৰাস॥ ৫০৭
ৰতন কুণ্ডল দুই ডোলে গণ্ডস্থলে।
হৃদয় ৰঞ্জিত কৈলা পাৰিজাত ফুলে॥ ৫০৮
সৰ্ব্বাঙ্গে ভুসিত কৈইলা হে
হৰি হৰি এ গন্ধচন্দনে।
বসি আছে সঙ্কা নাই এ তিনি ভুৱনে॥ ৫০৯
কেমতে আসিয়া গোসাই পসিলা নগৰি।
কাহাৰ উপায়ে আসি হৰিলা কুমাৰি॥ ৫১০
তোমাকে নাপুছি গোসাই হে
হৰিল উসাকে।
মনুষ্য বুলিব কাৰ পৰানে তাহাকে॥ ৫১১

দেৱতা আসিলা গোসাই হে
জানিলোসে মনে।
হেন কি গৰব কৰে আনৰ পৰানে॥ ৫১২
উসা উপজিলে গোসাই হে
জত বুলিলো তোমাৰে।
ফলিল প্ৰমাদ কেহো ৰাখিতে নাপাৰে॥ ৫১৩
সোপন দেখিল গোসাই হে
কিছো মিছা নাহি হয়ে।
হৈব দেৱাসুৰ ৰন কেবা মৰে জিয়ে॥ ৫১৪
কুশল নাহইব গোসাই হে
জানিলো হৃদয়।
জতেক দানৱগন জাইব জমালয়॥ ৫১৫
কোপে জলে দানৱ ৰাজা হে
সুনি ধাইৰ বচনে।
কহে কৱি পিতাম্বৰে হৰি পৰসনে॥ ৫১৬ ॥*॥

**॥ পটমঞ্জৰি ৰাগ ; লাছাড়ি পদ ছন্দ ॥**

বাণাসুৰৰ কোপ

কোন দেৱ মৰিবাৰ আইল পুৰে মোৰ।
কে আসিল উসাৰ ঘৰে ধৰি আন চোৰ॥ ৫১৭
কোপে জলে দানৱ ৰাজা হে
সুনিয়া ধাইৰ কথা।

সকল হাতে খাণ্ডা ধৰিআ
কোপে ঝাড়ে মাথা ॥ ৫১৮
কাৰ গৰ্ব্বে আইলে চোৰা
উসা হৰিবাৰে।
মঞি তাক কাটো আজি কে ৰাখিতে পাৰে ॥ ৫১৯
আপুনাৰ গৰ্ব্বে চোৰা খাইলে আপুনাকে।
আমাকে নাসুধি কেনে হৰিলে উসাকে ॥ ৫২০
দানৱ কুলে ৰহিল খণ্ডাৰ তাহাৰ কাৰণে।
পৰানে মাৰিবো তাকে ৰাখে কোনজনে ॥ ৫২১
জদি উসা বৰিলা আপুন মনুমানে।
লুকিআ ৰহিল মোকে নাকহিল কেনে ॥ ৫২২
দেৱেৰ মায়াতে উসা নাহইল থিৰ।
আপুনাৰ হাতে তাৰে কাটাইলেক সিৰ ॥ ৫২৩
সকল সেনা ঝড়িয়া জাহ ধৰিয়া আনগিয়া।
জদি জুঝিবাকে চাহে পেলাহ কাটিয়া ॥ ৫২৪
হাতে গলে বান্ধি আন ৰাজাৰ বচনে।
কহে কৱি পিতাম্বৰে হৰি পৰসনে ॥ ৫২৫ ॥*॥

॥ পদ ॥ বৈৱসম্পায়নে বোলে কথা সুনা নৰপতি।
দানৱ-সেনা উষাৰ অন্তেস-পুৰ' প্ৰৱেশ কৰে
বানাসুৰে আদেসিলা জত সেনাপতি ॥
উসাৰ আন্তাসে চোৰ আনহ ধৰিয়া।
প্ৰানে নামাৰিস আন জিৱন্তে বান্ধিয়া ॥ ৫২৬

কাৰ বোলে আসিলেক কহোক আসিয়া।
কোনবা দেৱৰ জুক্তি স্বৰূপ জানিয়া॥
সে দেৱ সহিতে পাছে বান্ধি একে ঠাই।
তিখ্ন খৰ্গ ঘাৱে জমকৰনে পঠাই॥ ৫২৭
ৰাজাৰ বচন স্তুনি সেনাপতিগনে।
অস্ত্ৰেসস্ত্ৰে সাজিয়া লড়িলা তেতিখনে॥
দিসপাস পুৰিলা সেনাৰ কোলাহালে।
নৱখণ্ড খিতি আতি কৰে টলবলে॥ ৫২৮
উসাৰে আন্তাসে গিয়া বেৰিলা চাৰিপাসে।
ধৰ মাৰ সবদসে উঠিল আকাসে॥
স্তুনিয়া কুমাৰি উসা বিপৰিত ৰোল।
কি হৈল কি হৈল বুলি ভয়তে আন্দোল॥ ৫২৯
মুখত পৱন নাসে চঞ্চলনয়নি।
স্বামিৰ চৰন ধৰি উসা বোলে বানি॥
এবে কি কৰিবা প্ৰভু বোলহ উপায়।
পঠাইলা অনেক সেনা কোপে দৈত্যৰায়॥ ৫৩০
এখনে ধৰিয়া প্ৰভু নিবে সে তোমাক।
আনাথ কৰিলে আভাগিনিসে উসাক॥
প্ৰচণ্ড কোপিত মোৰ পিতা দৈত্যপতি।
আগ ভৈলে তোমাৰবা হয় কিবা গতি॥ ৫৩১
জলিল কুমাৰ স্তুনি উসাৰ বচন।
কোপে তনু কাম্পে দুই অৰুণ নয়ন॥

স্নুনা উসা প্ৰানেশ্বৰি নাকৰ তৰাস।
সকল দানৱ ৰনে কৰিবো বিনাস॥ ৫৩২
কোটি কোটি দানৱ সেনা আসিলা সঙ্গ্ৰামে।
হেন মনে মান সবে লৈয়া গৈল জমে॥
বিৰবন্ধে বান্ধিলা মাথাৰ কেসভাৰ।
শ্ৰৱনে কুণ্ডল সিৰে মুকুট সোনাৰ॥ ৫৩৩
আগৰ চন্দন গন্ধ পিন্ধিয়া আসেস।
হৃদয়ে চিন্তিলা নাৰায়ন হৃষিকেস॥
বাপেৰ চৰণে মনে কৈলা পৰনাম।
উঠিল সে কুমৰ স্মৰিয়া ৰাম ৰাম॥ ৫৩৪
হেন কালে চিত্ৰলেখা কুমাৰেৰ সখি।
ডৰাইল দানৱ সেনা কৌটি কৌটি দেখি॥
লেখাজোখা নাহি জত জত সেনাপতি।
শৱদে পূৰিল নৱখণ্ড বস্নুমতী॥ ৫৩৫
লাখে লাখে আইল ৰথ মদমত্ত হাতী।
ধুলায় ঢাকিলা ৰৱি দিন হৈলা ৰাতি॥
নৰাচ পৰিঘ গদা স্নুল সৰচাপ।
তিখ্ন খৰ্গ দেখি মোৰ সম্পজিল কাপ॥ ৫৩৬
কোন আলক্ষনে গৈলো দ্বাৰকানগৰি।
আনিলো কুমৰ কেনে মঞি চুৰি কৰি॥
হাতে তুলি মাৰিলো মঞি কামেৰ কুমৰ।
দানৱেৰ হাতে আজি নাহি প্ৰতিকাৰ॥ ৫৩৭

তিনি লোকে নিন্দিবেক স্তুনি তোহ্ম কাম।
মঞিও আলক্ষনি কেনে কৈলো হেন কাম॥
কান্দে চিত্রলেখা লোহো পড়য় নয়নে।
নাৰদকে চিন্তো তেবে হেন কৈল মনে॥ ৫৩৮
নাৰদে জনাউক গৈয়া দেৱ নাৰায়ণ।
আসি সংহৰোক সকলে দৈত্যগন॥
কুমৰকে বৰ দেউক জিনোক সঙ্গ্রাম।
স্মৰিল যে চিত্রলেখা নাৰদৰ নাম॥ ৫৩৯
চিন্তিলা নাৰদ মুনি আসিলা তেখনে।
স্বর্গ হন্তে ৰৱি জেন নামিলা আপুনে॥
অজিৰ্ণ বসন দণ্ড কমণ্ডলু হাতে।
পিঙ্গট প্রকট জটাজুট সোভে মাথে॥ ৫৪০
স্বর্গ মঞ্চ পাতাল তৃভুবনে গতি জাৰ।
আসিলা নাৰদ অনিৰুদ্ধ দেখিবাৰ॥
কুমাৰে দেখিলা আগে আইলা মহামুনি।
প্রনাম কৰিয়া খাইল চৰনেৰ পানি॥ ৫৪১
মাথে হাত দিয়া আশীর্ব্বাদ কৈলা ঋসি।
নাকৰিহ সঙ্কা মুনি বোলে হাসি হাসি॥
সিদ্ধ হৈব তোৰ যত মনোৰথ কাজ।
পড়িব সঙ্গ্রামে জত দানৱ সমাজ॥ ৫৪২
অন্তর্দ্ধান ভৈলা মুনি এ বোল বুলিয়া।
কুমৰো হৰিস ভৈল আশীর্ব্বাদ পায়া॥

চলিল কুমৰ হাতে পৰিঘ ধৰিয়া।
জম ৰাজা আইল জেন হাতে দণ্ড লৈয়া॥ ৫৪৩
বাহিৰাইলা দেৱাল লঙ্ঘিয়া একে ঝাম্পে।
দেখিয়া বিক্রম দৈত্যগনে ভয়ে কাম্পে॥
কুঞ্জৰ দেখিয়া জেন ৰুসিল কেসৰি।
পসিলা বনেৰ মাঝে গোবিন্দকে স্মৰি॥ ৫৪৪
কুমৰ দেখিয়া হাসে সেনাপতিগনে।
আসিলা কুমৰ কেনে মৰিবাকে মনে॥
অনিৰুদ্ধৰ প্রতি দানৱ সেনাপতি
কুমৰ দেখিয়া সব সেনাপতি হাসে।
আসিল ছৱাল কেনে মৰিবাকে আসে॥ ৫৪৫
কেনে হেন কাম তঞি কৰিলে আকার্য্য।
মোৰ ৰানে মৰিআসে দেখ জমৰাজ॥
অনেক ব্যাঘ্রেৰ মাঝে হৰিনেৰ সাদ।
সাপে কি গৰুড় সনে জিনিতে পাৰে বাদ॥ ৫৪৬
তিনি লোক জিনিয়াসে দানৱ প্রচণ্ড।
জমৰ হাতৰ কাড়ি লৈলা জমদণ্ড॥
হেন বানাসুৰ সনে জুঝিতে তোৰ আস।
দেখ তাৰ সেনায় পুৰিল দিসপাস॥ ৫৪৭
সুন ৰে কুমৰ তোক দেখি লাগে দায়া।
ভেটগিয়া দানৱ ৰাজা উসা সঙ্গে লৈয়া॥
সব সেনাগন মিলি বুঝাইবো ৰাজাক।
কোপ নাকৰিব সঙ্গে দেখিয় উসাক॥ ৫৪৮

পেলাই হাতৰ অস্ত্ৰ স্থন মোৰ বানি।
ৰাখ প্ৰান ভেট গিয়া দৈত্য সিৰোমনি ॥
জেন তুমি তেন উসা ৰূপে অনুপাম।
ৰাজাক নাপুছি কেনে কৈলে হেন কাম ॥ ৫৪৯
তোমাক দেখিয়া মনে বড়ে লাগে বেথা।
স্থন উপদেশ বাপু বুলি আস এথা ॥
কাহাৰ তনয় তুমি কোন দিসে ঘৰ।
কেমনে পসিলি আসি স্থনিতগনৰ ॥ ৫৫০
ধন্য ধন্য উসা জাৰ হেন ৰূপে পতি।
ৰাজাক নাকৈয়া কেনে কৈলে আজুগুতি ॥
ঝাণ্টে গিয়া লৈয়া আস উসাকে সঙ্গতি।
সম্বৰেৰ চৰণে পড়িয়া কৰ তুতি ॥ ৫৫১
জদি কোপ কৰে ৰাজা ধৰিয়া চৰনে।
মাগিবো সকলে দোস সেনাপতিগনে ॥
সব দানৱেৰ হেন স্থনিয়া বচন।
ঘৃত পাই অগ্নি জেন জলিলা তেখন ॥ ৫৫২
এহিমতে কোপে তেবে জলিলা কুমৰ।
কথা কহি স্থন ৰে দানৱ-দুৰাচাৰ ॥
বোলে ৰে দানৱ বোল হেনমত কেনে।
সিংহ হয়া শৃকালত পসিবো সৰনে ॥ ৫৫৩
হৰিবংশ পুন্য কথা আতি পুন্যময়।
হৰি পৰসনে পিতাম্বৰে বিৰচয় ॥ ৫৫৪ ॥ * ॥

॥ ৰামগিৰি ৰাগঃ লাছাড়ি দিৰ্ঘ ছন্দ ॥

দানৱ-সেনাপতিৰ প্ৰতি অনিৰুদ্ধ

শুন ৰে অসুৰ গৰ্ব্ব কৰো চুৰ
আমাক নাচিন কেনে।
তৃভুবনেৰ পতি আমি তাৰ নাতি
সব নিপাতিবো ৰনে ॥ ৫৫৫
ব্ৰহ্ম পুৰন্দৰ সুৰ সুধাকৰ
কুবেৰ জম হুতাস।
বৰুন পৱন সিদ্ধ মুনিগন
সকলে জাহাৰ দাস ॥ ৫৫৬
শ্ৰীৰাম ৰুপে ৰাৱন বধিলা
সাগৰে বান্ধিয়া সেতু।
সেহি নাৰায়ন দৈৱকিনন্দন
দৈত্য বিনাসেৰ হেতু ॥ ৫৫৭
শ্ৰীহৰিনন্দন ভুবনে বন্দন
জগতে কিৰিতি জাৰ।
পাঞ্চ বানে জাৰ মোহিত সংসাৰ
হৈই আমি তান কুমাৰ ॥ ৫৫৮
যদুকুলে জন্ম অনিৰুদ্ধ নাম
সকলে দানৱ মাৰি।
কুল উদ্ধাৰিয়া সঙ্গে উষা লৈয়া
জাইবোহো দ্বাৰকাপুৰি ॥ ৫৫৯

একেশ্বৰ পায়া সবে আইল ধায়া
আমাক বধিবাৰ আসে।
পৰিঘেৰ ঘাৱে দৈত্য গাৱে গাৱে
কৰিবো প্ৰাণ নৈৰাসে॥ ৫৬০
উচিত উত্তৰ স্থন ৰে বৰ্ব্বৰ
জনাহ দানৱৰাজে।
তাৰ ঝিয়ে মোক আপুনি বৰিল
দন্দ কৰে কোন লাজে॥ ৫৬১
কালে পাইলে তাক নাচিনে আমাক
গৰ্ব্ব কৰে আকাৰণে।
দিন তাৰ মন্দ মোৰ সনে দন্দ
মৰিব আমাৰ বানে॥ ৫৬২
স্বৰ্গ মঞ্চ জিনি এ তিনি ভুৱন
আমা সনে কৰে বৈৰি।
হৰি স্থমৰনে একেস্বৰে ৰনে
পঠাইবো যমৰ পুৰী॥ ৫৬৩
হস্তি ঘোৰা ৰথ আইল জত জত
পাইক সেনা কুটি কুটি।
যত সেনা বোল মাৰিবো কলস
অৱশেষ নাহি এক গুটি॥ ৫৬৪
কুমৰেৰ বানি দৈত্যগণে স্থনি
কোপে খৰতৰ হয়া।

হৰি পৰসনে পিতাম্বৰে ভনে
চৌদিসে বেড়িল গিয়া ॥ ৫৬৫ ॥*॥

॥ পদ ॥ বৈশম্পায়ন বদতি সুনা নৰপতি সাৰ।
অনিৰুদ্ধৰ হাতত দানৱ-সেনাপতি আৰু প্ৰমথ-সকল পৰাজিত
চৌদিগে বেড়িয়া দৈত্যে বোলে মাৰ মাৰ ॥
কেহো গদা কেহো সুল কেহো মুদগৰ।
পৰস্থ অঙ্কুস কেহো হানিলা তোমৰ ॥ ৫৬৬
কেহো ধনু ধৰি হানে লক্ষে লক্ষে বাণ।
খৰ্গ লৈয়া কেহো বোলে কৰিব দুইখান ॥
কেহো বোলে নামাৰো জিৱন্তে জাঞ লৈয়া।
জে কৰে সে কৰে ৰাজা আপুনে দেখিয়া ॥ ৫৬৭
ধৰ মাৰ সবদ উঠিলা চাৰিপাসে।
দানৱৰ কথা শুনি অনিৰুদ্ধ হাসে ॥
সকল শৃগালে চাহে সিঙ্ঘ বধিবাৰে।
ছন কৰো দৈত্য আজি পৰিঘপ্ৰহাৰে ॥ ৫৬৮
মনে বোলে নাৰায়ন জদি কৰ দায়া।
ক্ষেণেকে সহায় ভৈলে দৈত্য মাৰো ধায়া ॥
এহি বুলি পৰিঘ ঘুৰায়া দিল পাক।
অস্ত্ৰমুখে আনল নিকলে ঝাকে ঝাক ॥ ৫৬৯
সহস্ৰ ফনায় জেন বাহুকি ফোফাই।
পৰিঘেৰ পাকে ঠেকি গগনে উধাই ॥

আৰবাৰ অস্ত্ৰ জত হানিলা অসুৰে।
পৰিঘেৰ পাকে ঠেকি সবে ভৈল চুৰ॥ ৫৭০
নাহি অস্ত্ৰ সস্ত্ৰ দৈত্য দেখিয়া কুমৰ।
ৰুসিল কেসৰি জেন মৃগ মাৰিবাৰে॥
জমদণ্ড সম চণ্ড পৰিঘ ধৰিয়া।
অনেক দৈত্যৰ সেনা পেলাইলা কাটিয়া॥ ৫৭১
ছন্ন হয়া পড়িলা লক্ষে লক্ষে ময়মত্ত।
ইন্দ্ৰে জেন বজ্ৰঘাৱে ভাঙ্গিলা পৰ্ব্বত॥
সাৰথি সহিতে অজুতে নিজুতে।
পৰিঘেৰ পাকে সবে গৈলা জমপথে॥ ৫৭২
সতে সতে দানৱক মাৰে একবাড়ি।
চুৰ হইয়া পৃথিবীতলতে থাকে পৰি॥
জত জত সেনাপতি জুৰিবাকে আইল।
অনেক পৰিল কতো নগৰে পলাইল॥ ৫৭৩
চতুৰ্দ্দস সেনাপতি আইলা সমৰত।
বিংসতি সহস্ৰ ধিংক আইল ময়মত্ত॥
তিনি কুটি সেনা এক কুটি বিৰৰথ।
সবে তিনি সেনাপতি পলাইলা ৰণত॥ ৫৭৪
জুদ্ধ জিনি কুমৰে কৰিলা সিঙ্ঘনাদ।
স্বৰ্গেৰ দেৱতা কৰে দুন্দুভিসম্বাদ॥
ধন্য ধন্য অনিৰুদ্ধ ঘোসে দেৱগণে।
ৰণস্থলি পুৰিলা কুসুমবৰিসনে॥ ৫৭৫

সংগ্রাম জিনিয়া বিৰ মনে মনে হাসে।
পৰিঘ ধৰিআ গৈলা উসাৰ আস্তাসে॥
স্বামিৰ বিজয় স্নুনি কুমাৰি ৰাজাৰ।
বহে দুই নয়নে করুনা জলধাৰ॥ ৫৭৬
সৰিৰৰ সোনিত ধুআইল জল দিয়া।
বসিলা কুমৰ সে উসাকে কোলে লৈয়া॥
জত জত সেনাপতি আষিল সমৰে।
সকলে প্রবেস বানাস্নুৰ বৰাবৰে॥ ৫৭৭
চমকিত মন অতি নয়ন চঞ্চল।
আইসে জানো অনিরুদ্ধ মনত বিকল॥
কথা কহে আসেপাসে চাহে ঘনে ঘনে।
এথায় আসি চোৰা লগ পায় জোনে॥ ৫৭৮
সেনাপতিগণে বোলে স্নুনা দৈত্যৰাজ।
সর্ব্বনাস হৈল উসা কৈল কোন কাজ॥
সর্ব্বনাস তোমাৰ বিপক্ষ নাৰায়ন।
চলিতে তোমাৰ বাপ হইল বামন॥ ৫৭৯
দানবগনকে হিংসা কৰে ৰাতি দিনে।
তাৰ আমাৰ বিবাদ জানন্ত সর্ব্বজনে॥
জমাই তোমাৰ হয় সেজনাৰ নাতি।
বাপ তাৰ পঞ্চসৰ জননিসে ৰতি॥ ৫৮০
নাজানি কিমতে প্রভু আইল দৈত্যপুৰি।
কাহাৰ উপায় আসি হৰিলা কুমাৰি॥

কাহাকো নাকৰে সঙ্কা গৰব আপাৰ।
প্ৰথম বয়স জেন কেসৰিকুমাৰ॥ ৫৮১
বেড়িলো চোৰাকে গিয়া উসাৰ আৱাসে।
ইঙ্গিতো নকৰে চোৰা খাটে বসি হাসে॥
কোপ কৈল সেনাৰ সুনিয়া কোলাহল।
এক ঝাম্পে বাহিৰাইল লঙ্ঘিয়া দেৱাল॥ ৫৮২
কথা পাইল পৰিঘ ধৰিয়া আইল হাতে।
জমৰাজা আইল জেন প্ৰজা সংহৰিতে॥
অস্ত্ৰচয় ঝাকে ঝাকে মাৰিলোহো তাকে।
সকলো এৰাইলা প্ৰভু পৰিঘেৰ পাকে॥ ৫৮৩
হস্তি ঘোড়া ৰথচয় মাৰিলে অনেক।
দণ্ড লৈয়া যুঝে জেন জম পৰতেক॥
অনেক দেৱৰ সনে কৰি আছি ৰন।
হেনয় ৱিক্ৰম নাহি দেখি একজন॥ ৫৮৪
হেন মনে লয় চোৰা ৱিক্ৰম চোৰাৰ।
সকল দানৱগণ কৰিব সংহাৰ॥
মজিল সুনিতপুৰি উসাৰ কাৰণে।
কেহ নাপাৰিব তাক চলহ আপনে॥ ৫৮৫
তাহাক যুঝিব আগ হয়া কোন বিৰে।
আপনে যুঝয় কিবা জুঝে বা সঙ্কৰে॥
তবে বা সুনিতপুৰি হয়ে পৰিত্ৰান।
এ দুই বিহনে তাক কে যুঝিব আন॥ ৫৮৬

সেনাপতি বচনে কুপিত দৈত্যপতি।
অৰুন নঞান কোপে কম্পমান অতি॥
কি বোলে বুলিলে দেখো বোল আৰো বাৰ।
সকল দানৱ কুলে ৰাখিলে খণ্ডাৰ॥ ৫৮৭
আপুনাৰ বিৰপনা সবে কৈলে নাস।
বিৰ হুয়া কেনে হেন সমৰে পলাস॥
হৰি জত বড় বিৰ আমি জানি ভালে।
তাহাৰ নাতিক ডৰে পলাই আসি পাইলে॥ ৫৮৮
হেন সেনাপতি মোকে ৰাখিব কিমতে।
মাৰিআ বাহিৰ নিয়া কৰ এথা হন্তে॥
প্ৰমথগনক ৰাজা বোলে ডাক দিয়া।
উসাৰ চোৰ মোক দিআৰে ধৰিআ॥ ৫৮৯
তাহাকে যুঝিতে জদি আইসে দেৱগনে।
মোৰ বোলে সঙ্গ্ৰামে সংহাৰ কৰ ৰনে॥
জদি চোৰা যুঝিবাক কৰে উতুজোগ।
তথাহি কাটিয়া তাৰ মাথা দেহ মোক॥ ৫৯০
সঙ্কৰেৰ গন তবে চলে দিব্য ৰথে।
অজুতেক সাজ হৈলা গগনৰ পথে॥
কত জায় পৃথিবি ঢাকিআ জুঝিবাক।
সঙ্কৰে আপুন গন দিআছে ৰাজাক॥ ৫৯১
ৰকত নয়ন জেন দেখিতে তৰাস।
ঢাকিলা প্ৰমথগনে ধৰনি আকাস॥

পয়োভৰে কম্পিত সকলে ভুমণ্ডল।
সপত পাতাল ফনিমনি টলবল॥ ৫৯২
মাৰ মাৰ ধৰ ধৰ সবদ গগনে।
পৃথিবি পুৰিল সেনাপতিৰ নিসানে॥
প্ৰথমগনেৰ ৰূপ অতি অনুপাম।
সবে তৃনয়ন পৰিধান বাঘ চাম॥ ৫৯৩
চন্দ্ৰ সূৰ্য্য হুতাসন নয়নেৰ জ্যোতি।
সৰিৰ ধৱল সবতেৰ নিসাপতি॥
সবাৰে মাথাত পিঙ্গট জটাভাৰ।
কণ্ঠতে গৰল সাপ ফনিমনি হাৰ॥ ৫৯৪
বিভুতি ভুসন কৰ্ণ্ণে ফুল ধুথুৰাৰ।
স্বৰ্গ মঞ্চ জুড়ি সব্দ কৰে মাৰ মাৰ॥
হাতত পৰিঘপাট ধৰিয়া সত্বৰ।
কে আস্থে কে আস্থে বুলি উঠিলা কুমৰ॥ ৫৯৫
চিনিলা কুমাৰে তেবে সঙ্কৰেৰ গন।
দুই চকু কোপে কৈল অৰুনকিৰন॥
পৰিঘ ধৰিয়া নাৰায়ন সুমৰিয়া।
মাথাৰ উপৰে বিৰ সাত পাক দিয়া॥ ৫৯৬
মাৰ মাৰ বুলিয়া খেপিলা উৰ্দ্ধ হাতে।
মাৰিলা অজুত ৰথ গগনৰ পাকে॥
কালদণ্ড সেনাপতি থাকিয়া আকাসে।
গদা মুদগৰ সেল সকতি বৰিসে॥ ৫৯৭

ভিণ্ডিপাল মুসলজে সকতি প্ৰহাৰে।
লাম্ফ দিয়া কুমৰ আসিতে অস্ত্ৰ ধৰে॥
সেই অস্ত্ৰ আৰবাৰ মেলি মাৰে ৰোসে।
বধিলা প্ৰমথগন লক্ষেক আকাশে॥ ৫৯৮
আপাৰ সেনাগন পড়িলা মহিতলে।
দেখি কালদণ্ড সেনাপতি কোপে জলে॥
তেখনে আসিলা বিৰ ছাড়িয়া গগনে।
ধনুৰ টঙ্কাৰ সুনি কাম্পে তৃভুবনে॥ ৫৯৯
সহস্ৰ সহস্ৰ সৰ জুড়িয়া ধনুকে।
অগনি কনিকা নিকলয় সৰমুখে॥
কালদণ্ড সেনা বোলে কুমৰ আবাল।
এখনে মৰিবে দেৱ সুমৰ সকাল॥ ৬০০
পৰিঘ ফেলায়া জাৱে নাহিস সৰনে।
তেবে তোক মাৰিবো সত্বৰে এহি বানে॥
তাৰ বোল সুনিয়া কুমৰ জলে কোপে।
ৰথে ৰথে মাৰিআ বেড়ায় ঝাম্পে ঝাম্পে॥ ৬০১
হস্তিক মেলিআ মাৰে ৰথৰ উপৰে।
সাৰথি সহিতে ৰথ নিলা যমঘৰে॥
ৰথ মেলি মাৰে বিৰ সেনাৰ উপৰে।
পৃথিবি ঢাকিয়া সেনা পড়িল বিস্তৰ॥ ৬০২
পড়িল প্ৰথম সেনা তিনি আক্ষোহিনি।
সঙ্গ্ৰাম ৰুধিৰে বহে নদী তৰঙ্গিনী॥

সঙ্গ্ৰাম হাৰিয়া কতো বিমুখে পলাই।
কামেৰ কুমৰ তাকে ধায়া নাহি জাই॥ ৬০৩
কত সেনা পলায়া গৈইলেক বহুদুৰ।
সৰন পসিলা জাই ৰাজা বানাসুৰ॥
প্ৰমথগনৰ ভঙ্গ দেখি দৈত্যপতি।
মনে ৰাজা বোলে চোৰা বিৰ বড় অতি॥ ৬০৪
দেবৰ সহিত জত কৰি আছে ৰন।
জিনিলো অনেক বাৰ সৰ্ব্ব দেৱগন॥
হেন সঙ্কৰেৰ গন আজি ভঙ্গ ৰনে।
কালদণ্ড সেনাপতি পড়িল কেমনে॥ ৬০৫
কথা হন্তে আইল চোৰা নিৰ্ণয় নাজানি।
মাৰিলা সমৰে সেনা তিনি অক্ষোহিনি॥
নাহিকে দোসৰ চোৰা একেস্বৰে যুঝে।
সঙ্গ্ৰাম চতুৰ কিছো ৰনৰস বুঝে॥ ৬০৬
মনুস্য হইয়া চোৰা জুঝে একেস্বৰ।
হাথি ঘোড়া সেনাপতি নিলা জমঘৰে॥
জমাই হৈবাৰ চোৰা দেখো উপযোগ।
ই কাৰ্য্য কৰিলা কেনে নাপুচিয়া মোক॥ ৬০৭
জেন উসা তেন চোৰ বুঝি অনুমানে।
জদি মোক ভজে কি জুঝিবো জমাই সনে॥
পণ্ডিত হইয়া চোৰা কেনে চুৰি কৰে।
কন্যা অভিলাস জদি খুজিব আপুনে॥ ৬০৮

সাম্প্ৰব্যৱহাৰ মতে দিব কন্যাদান।
পথ এড়ি বিপথে চলিল কি কাৰণ॥
দানৱ কুলত চোৰা ৰাখিলা খাঋাৰ।
এ দোষে কাটিব তাক নাহিকে নিস্তাৰ॥ ৬০৯
সাজ সাজ বোলে ৰাজা মঞ্ৰি জাইব ৰনে।
ভেৰুনাদ কৰুক আসুক সৈন্য সনে॥
হৰিবংশ পুন্য কথা পাপেৰ বিনাস।
কহে কৱি পিতাম্বৰে গোবিন্দেৰ দাস॥ ৬১০॥ *॥

**॥ পদ ॥ ৰামগিৰি ৰাগ ঃ লাছাড়ি পদছন্দ ॥**

বাণাসুৰৰ ৰণলৈ সাজ-পাৰ

কোপে বানাসুৰ হে
সঙ্গ্ৰামে সাজে ৰাজা বানাসুৰ।
মেদনি কাম্পে সুৰনাগপুৰ॥ ৬১১
সাজ সাজ বুলি পড়িল ডাক।
দুন্দুভি দামা বাজে বিৰঢাক॥ ৬১২
কোপে বানাসুৰ সমৰে সাজে।
সঙ্খ বিনা ভেৰু মুৰুজ বাজে॥ ৬১৩
সঙ্কৰেৰ বৰে মন নিসঙ্ক।
দানৱ দুষ্ট আতি ৰনৰঙ্গ॥ ৬১৪
এ তিনি ভুবন জিনিয়া ৰণে।
সুৰাসুৰ নাগ কাকো নগনে॥ ৬১৫

সহস্ৰ ভুজ আতি পৰচণ্ড।
পাঞ্চ সত হাতে লৈয়া কোদণ্ড ॥ ৬১৭
গৰ্জ্জে ঘনে জেন মেঘ আষাঢ়ে।
সবদে খিতি কৰে তোলপাড়ে ॥ ৬১৭
লক্ষে লক্ষে মত্ত চলিলা হাথি।
লেখাজোখা নাহি জত পয়াতি ॥ ৬১৮
গগনে ৰেনু কিছো নোহে ভিন্ন।
কে জানে ৰাতি কেবা জানে দিন ॥ ৬১৯
কালাহাল বোলে শ্ৰৱন ফুটে।
তৰাসে খনো জলচৰ উঠে ॥ ৬২০
পদভৰে মেৰু মন্দৰ লড়ে।
সাল তাল তৰু ভাঙ্গিয়া পড়ে ॥ ৬২১
ৰাজা বানাসুৰ সমৰে সাজে।
সকল দেৱ গুনে মন মাঝে ॥ ৬২২
আজি অনিৰুদ্ধ হুইব বিনাস।
কহে পিতাম্বৰে হৰিৰ দাস ॥ ৬২৩ ॥ * ॥

॥ **পদ** ॥ **বৈ**সম্পায়নে বোলে কথা সুনা জন্মিজয়।
বাণাসুৰৰ বানাসুৰে সাজিলা ত্ৰৈলোক্য ভৈলা ভয় ॥
যুদ্ধ-সজ্জা শুনি সাৰথি সাজিলা ৰথ ৰাজাৰ আদেশে।
উষাৰ আতঙ্ক হেন মনে লয় জেন উড়াই আকাশে ॥ ৬২৪

সাগৰ সদৃশ ঘোড়া অপৰূপ আতি।
পিঠি কন্ধে নির্ম্মল প্রসঙ্গ দুই আখি॥
হেন সহস্রেক ঘোড়া বেগ পৰচণ্ড।
সবাৰো মাঝত আৰোপিল ইসাদণ্ড॥ ৬২৫
লুহিত পতাকা দিলা ৰথেৰ উপৰে।
ৰাজাৰ প্রতাপে জেন সাজিলা ভুধৰে॥
কিঙ্কিনি সবদ কৰে কণ্ঠতে ঘোড়াৰ।
কপালে কপালে দিলা দর্পন সোনাৰ॥ ৬২৬
ৰথেৰ উপৰে দিলা কনক সিংহাসন।
লাঞ্জৰ প্রতাপে ছন্ন ৰবিৰ কিৰণ॥
ঋক্ষচর্ম্ম গাৱে গাৱে পিন্ধিলা তুৰঙ্গে।
আগৰ চন্দন গন্ধ বিভুসিত অঙ্গে॥ ৬২৭
গদা মুদগৰ স্থূল পটিস তোমৰ।
অঙ্কুস মুসল প্রাস সকতি তোমৰ॥
নিশিত নিশিত বানগন পৰচণ্ড।
ৰত্নে বিৰচিত দুই সহস্র কোদণ্ড॥ ৬২৮
খর্গ চর্ম্ম কনক ৰতন ঝাতিকাৰ।
দিব্য অস্ত্রগন ৰথে তুলিলা আপাৰ॥
অগ্রতে আনিয়া ৰথ যোগাইল সাৰথি।
দেখিয়া কৌতুক আতি ভৈলা দৈত্যপতি॥ ৬২৯
পঞ্চাসত হাতে বিৰ ধৰিয়া কোদণ্ড।
গর্জ্জে বানাসুৰে জেন মেঘ পৰচণ্ড॥

পাঞ্চসত হাতে বিৰ সায়েক ধৰিয়া।
সিউ সিউ বুলি ৰথে আৰোহিলা গিয়া॥ ৬৩০
কুভাণ্ড কৰিয়া আগ জত মন্তৃগন।
চাৰিভিতি বেড়িলা সকল বিৰগনে॥
ধৰ ধৰ মাৰ মাৰ দানৱেৰ ধ্বনি।
তুৰঙ্গম খুৰ সব্দ গজেৰ হিংসীনি॥ ৬৩১
ঘণ্টাৰ সবদ ৰোল ধনুৰ টঙ্কাৰ।
দুন্দুভি সবদে বাজে সকলে সংসাৰ॥
সাজিলা দানৱ পৰচণ্ড তৃভুবনে।
দেখি চিত্ৰৰেখা ডৰাইলা সেহিক্ষনে॥ ৬৩২
উসাৰ আন্তাসে তেবে গেল চিত্ৰলেখি।
কান্দিয়া বোলয় সুনা প্ৰানসখি॥
ৰনে তোৰ বাপ সখি সাজিলা আপুনে।
নিচিন্তি বসিয়া কেনে আছস বিমনে॥ ৬৩৩
সংসাৰ জুড়িয়া সেনা আসে একে ছাপে।
দেখিয়া আসিলো মঞি ডৰে তনু কাম্পে॥
আজি কুমৰেৰ সখি নাহিকে নিস্তাৰ।
তৃভুবনে নাহি হেন কৰে প্ৰতিকাৰ॥ ৬৩৪
মোৰ বোল ধৰ ঝাণ্টে চল স্বামি লৈয়া।
লাজ এড় বাপেৰ চৰনে পড় গিয়া॥
গৰ্জ্জিতে আসিতে ৰে বাপ পৰচণ্ড।
সহস্ৰেক ভুজে সবে কৰিয়া উদণ্ড॥ ৬৩৫

জাৰ সৰে পলায় সকলে দেৱগন।
তাৰে সনে ছৱালে কি কৰিতে পাৰে ৰণ॥
ডৰ পাইলা উসাকে স্থনিয়া হেন বোল।
*কান্দে উচ্চস্বৰে মন আতি উতুৰোল* ॥ ৬৩৬
স্বামিৰ চৰন যুগে পড়িয়া স্থন্দৰি।
মিনতি বচন বোলে মধু বোল কৰি॥
চৰনত ধৰো প্ৰভু স্থনা মোৰ বানি।
মন কৰ কিবা বোলে উসা আভাগিনি॥ ৬৩৭
প্ৰচণ্ড প্ৰতাপ মোৰ পিতা বানাস্থৰ।
জাৰ ডৰে স্বৰ্গ মঞ্চ কাম্পে নাগপুৰ॥
ইন্দ্ৰৰ বজ্ৰত জাৰ নাহিকে বিনাস।
তাক যুঝিবাকে কেনে তোমাৰ সাহাস॥ ৬৩৮
মোৰ বাপ গুৰুজন তোমাৰ আৱসে।
হাৰিলে জিনিলে একোমতে নাহি জসে॥
জতেক কুবুদ্ধি প্ৰভু মনত তেজিয়া।
লাজ এড় বাপেৰ চৰণে পড় গিয়া॥ ৬৩৯
মোকে লৈয়া চল জাই বাপেৰ চৰণে।
জাৱে নাই আইসে এথা চলহ সৰনে॥
হাসে অনিৰুদ্ধে স্থনি উসাৰ বচনে।
কেনে পৃয়া সন্তাসে কৰিহ দুখমনে॥ ৬৪০
কোলে কৰি উসাকে নয়নে দিল পানি।
নাকান্দ নাকান্দ মোৰ স্থন মধুবানি॥

ক্ষেতৃয়ৰ ধৰ্ম্মকথা স্তনা কহো তোত।
বিৰেৰ নিয়মজে বখানে তিনি লোক॥ ৬৪১
বাপ হয়া পুত্ৰক জুঝিতে জদি আসে।
*দোস নাই পিতৃক সঙ্গ্ৰাম কৰি পাছে॥*
জি বুলিলি মোৰ বাপ প্ৰচণ্ড অসুৰ।
দেখ সসিমুখি তাৰে গৰ্ব্ব কৰো চুৰ॥ ৬৪২
থাক প্ৰানেশ্বৰি তুমি নিচিন্তে বসিয়া।
কাহাৰ পৰানে যাইব আমাকে জিনিয়া॥
হেনকালে বানাসুৰ আসিল সসৈন্যে।
উসাৰ আন্তাসে গিয়া বেড়িলা তখনে॥ ৬৪৩
ধৰ মাৰ সবদ উঠিল আচম্বিত।
স্তনিয়া কুমাৰি উসা হৃদয় কম্পিত॥
কান্দিয়া কুমাৰি বোলে স্বামিৰ চৰনে।
কহে কৰি পিতাম্বৰে হৰি পৰসনে॥ ৬৪৪ ॥*॥

**॥ গুঞ্জৰী ৰাগঃ লাছাড়ি দিৰ্ঘ ছন্দ ॥**

অনিৰুদ্ধৰ প্ৰতি উষাৰ মিনতি

উঠ প্ৰানেৰ নাথ ধৰো চৰনে।
ৰাজা আইসে চল জাইস ৰনে॥ ৬৪৫
চতুৰঙ্গ দলে সাজিল পিতা।
নাস্তন বোল মনে লাগে চিন্তা॥ ৬৪৬
কেমতে তাক জুঝা একেশ্বৰে।
মেদনি কাম্পে সেনাপতি ভৰে॥ ৬৪৭

পঞ্চ সত হাতে লৈয়া কোদণ্ড।
দানৱ ৰনে আইল পৰচণ্ড॥ ৬৪৮
তৃভুবনে জাৰ নাসহে টান।
গৰ্ব্ব কৈলে প্ৰভু লৈব পৰান॥ ৬৪৯
মুষ্টিৰ ঘাৱে মহিশ্বৰ ভাগে।
কোপ কৈলে জম নাৰহে আগে॥ ৬৫০
লৱনু পুতলি তোমাৰ তনু।
দোসৰ হাতে নাহি সৰধনু॥ ৬৫১
মোকে লৈয়া চল তেজিয়া লাজ।
কৰ দৰসন দানৱৰাজ॥ ৬৫২
সত্যে বোলো প্ৰভু দেখিলো তোক।
দেখিবে আতা সব মনকোপ॥ ৬৫৩
উসাৰ বোলে অনিৰুদ্ধে হাসে।
কেনে পৃয়া তোক পাইলে তৰাসে॥ ৬৫৪
সকল দানৱ বধিবো ৰনে।
গোৱিন্দদাস পিতাম্বৰে ভনে॥ ৬৫৫ ॥*॥

॥ পাহাড়ি ৰাগ: লাছাড়ি পদ ছন্দ ॥

অনিৰুদ্ধৰ প্ৰত্যুত্তৰ

কুসুমৰে বোলে সুন উসা হে
সুনিলে কোনো কালে।
সিংহেৰ ছৱাল ৰনে
বধিলে শৃকালে॥ ৬৫৬

বাঘকে দেখিয়া উসা হে
হৰিন আইলা ৰোষে।
মজাইবে স্থনিতপুৰি আপুনাৰ দোসে॥ ৬৫৭
জত জন দানৱ সেনা হে
পাইক কোটি কোটি।
মোৰ হাতে জিৱন্তে নাজাইবে একোগুটি॥ ৬৫৮
বানাস্নৰ জিনিবো উসা হে
সেই কত বড় কাজ।
কুবেৰ বৰুন জদি
আইসে জমৰাজ॥ ৬৫৯
কোপ কৰি যুঝে জদি হে
আপুনি সঙ্কৰ।
একেস্বৰে মাৰিয়া পঠাইবো জমঘৰ॥ ৬৬০
হৰি বড় ঠাকুৰ উসা হে
স্থন কহো তোক।
স্বৰ্গ মঞ্চ পাতাল স্ৰজিলা তিনি লোক॥ ৬৬১
তোৰ বাপ গৰ্ব্ব কৰে হে
মহাদেৱৰ বৰে।
গোবিন্দে বধিলে কেহো ৰাখিতে নাপাৰে॥ ৬৬২
জাদৱ কুলত উসা হে
আমাৰ উতপতি।
তৃভুবনে পুজে জাক আমি তাৰ নাতি॥ ৬৬৩

'অসুৰ বধিতে উসা হে
শ্ৰীহৰি অৱতাৰ।
পড়িব দানৱগন নাহি প্ৰতিকাৰ ॥ ৬৬৪
মৰিবাকে তোৰ বাপ হে
সংগ্ৰামে আইল ৰোষে।
আনলে আসিয়া জেন পতঙ্গ বিনাসে ॥ ৬৬৫
সহস্ৰেক ভুজ তাৰ হে
কি কৰিতে পাৰে।
টানিয়া চিণ্ডিতে পাৰো হেন মনে কৰে ॥ ৬৬৬
অনন্ত বাসুকি নাগ হে
জাৰ সহস্ৰেক ফেনা।
তাৰ আগে তৃভুবনে ৰহে কোনজনা ॥ ৬৬৭
গৰুড়ে লাগল পাইলে হে
তাৰ গৰ্ব্ব কৰে চূৰ।
সেমতে বধিবো আজি ৰাজা বানাসুৰ ॥ ৬৬৮
চিন্তিবো গোবিন্দ পাৱ হে
আসিবে ধনুবান।
হৰি-নাম-কৱচ সৰিৰে পৰিধান ॥ ৬৬৯
হৰি পৰসনে উসা হে
বধিবো সবে বৈৰি।
কহে কৱি পিতাম্বৰে বোলহ শ্ৰীহৰি ॥ ৬৭০ ॥*॥

অনিৰুদ্ধৰ প্ৰতি বাণাসুৰৰ গৰ্ব্ব-বচন

বৈশম্পায়নে বোলে কথা সুনা•নৰপতি।
কুমৰে বোলয় উসা সুনা গুনৱতি॥
সঙ্কা নাকৰিহ পৃয়া কান্দ আকাৰনে।
জত আসে দানৱ বধিবো জনে জনে॥ ৬৭১
হেন কালে বানাসুৰ দৈত্যঅধিপতি।
কুমাৰিৰ আন্তাস বেড়িলা সিঘ্ৰগতি॥
দুআৰে ৰহিলা ৰাজা ৰথেতে চড়িয়া।
লুকাইল কুমাৰি উসা ভয় লাজ পায়া॥ ৬৭২
কথা আছে চোৰা ৰাজা বোলে ৰথে থাকি।
সুনিয়া কুমাৰি উসা কান্দে সসিমুখি॥
কুমৰে সুনিল দৈত্য নৃপতিৰ ৱানি।
হৃদয়ে চিন্তিল নাৰায়ন চক্ৰপানি॥ ৬৭৩
খড়গ চৰ্ম্ম তখনে আইল কথা হৈতে।
দেখিয়া কৌতুকে বিৰ তুলি লৈল হাতে॥
জখনে পৰৱেস কুমাৰ দৈত্যপতি।
বোলে ধৰ ধৰ চোৰা পলাইবে কতি॥ ৬৭৪
ৱৰিষাৰ মেঘে জেন গৰ্জ্জে ঘনে ঘনে।
জামাঞ্ৰিৰ নিকটে গেল ৰথ আৰোহনে॥
সোনাৰ খাটত কুমাৰ আছে বসি।
সুমেৰু সিখৰে জেন পুৰ্নিমাৰ সসি॥ ৬৭৫
দেখিয়া জাঞাইৰ ৰূপ জুড়াইল নয়ান।
অল্প হৈল কোপ বান দানৱৰ মন॥

হেন ৰূপ মনুষ্যেৰ কথায় নাদেখি।
কেনে গৰ্ব্ব কৰ চোৰা খাই দুই আখি॥ ৬৭৬
অদ্যাপি নামানে চোৰা. বসি আছে খাটে।
ক্ষেমিবাক আছে মন ভজে যদি ঝাণ্টে॥
আমাকে দেখিয়া চোৰা নাহি কৰে ভয়।
মনুষ্য হইআ চোৰা নিসঙ্ক হৃদয়॥ ৬৭৭
ৰাজা বোলে সুনা চোৰা কি গৰ্ব্ব তোহোৰ।
মৰিবাৰ কাৰ্য্যে কেনে দেসে আইলে মোৰ॥
গলাতে পাথৰ বান্ধি তৰিতে সাগৰ।
হেন মনে আইলে চোৰা সুনিতনগৰ॥ ৬৭৮
অৰে ৰে বৰ্ব্বৰ চোৰা আকাৰ্য কৰিলে।
উসা কুমাৰিক কেনে মোত নাচাহিলে॥
পিতৃ দাতা কন্যা হেন কহে সৰ্ব্বজনে।
অবিবাহিতা উসাকে হৰিলে কেমনে॥ ৬৭৯
সুনিলো গোৱাল কুলে তোৰ উতপতি।
সোল সহস্র স্ত্রি তাৰ তঞি নাতি॥
তোৰ বাপ মুঢ় জন জগতে বিদিত।
গুৰুগৌৰৱৰ পুষ্পবানে হৰে চিত্ত॥ ৬৮০
উপৰি পুৰুষ সেজে সবে কামে অন্ধ।
মুৰ্খ লৈয়া বসতি নাজানে ভাল মন্দ॥
জনমে নাজানে কিছো সাস্ত্ৰব্যেৱহাৰ।
ৰাতি দিনে কাম ছাড়ি কাৰ্য্য নাহি আৰ॥ ৬৮১

তোমাৰ ঘৰেৰ কথা আমি জানি ভালে।
কোনো কালে সাস্ত্ৰনিতি নজানে গোৱালে॥
এক গাইদোহন বিদ্যা জানে ভালমতে।
আৰো জানে সাতে পাঞ্চে গৰু চৰাইতে॥ ৬৮২
কথা মৰি কথা তৃৰি নাজানে বৰ্ব্বৰে।
লোকেৰা নিন্দিব ত্যাকো ইঙ্গিতো নাকৰে॥
গুৰুজন নাজানে সততে অহঙ্কাৰ।
সৱে গোৱালেৰ জানি এহিসে বেহাৰ॥ ৬৮৩
জে কাৰ্য্য কৰিলে চোৰা ভুঞ্জ তাৰ ফল।
মোৰ বানে সত্বৰে জমেৰ পুৰি চল॥
তোৰ পিতামহ হৰি জেবে আসে স্বনি।
তাৰ প্ৰান লৈবো এহি তিক্ষ্ণ বানে হানি॥ ৬৮৪
বানেৰ বচন স্বনি কামেৰ কুমৰ।
ভাল বোলে পাপিষ্ট দানৱ দুৰাচাৰ॥
কি কাৰ্য্যে আসিলি তঞি জমাই বধিবাৰে।
কোন ছাৰ পামৰে ৰাজা বুঝাইলা তোমাৰে॥ ৬৮৫
কথা কহি স্বন ৰে দানৱ একমনে।
হৰি পৰসনে কৰি পিতাম্বৰে ভনে॥ ৬৮৬ ॥*॥

॥ গোণ্ডগিৰি ৰাগ ঃ লাছাড়ি দিৰ্ঘ ছন্দ ॥

অনিৰুদ্ধৰ প্ৰত্যুত্তৰ
অসুৰ অধম ছাৰ কেনে আইলে মৰিবাৰ
দেৱেসে তোমাৰ হৈল বৈৰি।
গৰব কৰিয়া চূৰ মজাইবো সুনিতপুৰ
মাৰিয়া পাঠাইবো জমপুৰি ॥ ৬৮৭
জে তোক দিলেক বৰ তাক মোৰ নাহি ডৰ
আন গৈয়া তোৰ তৃনয়ন।
জদি আসে তৃভুবন একেশ্বৰে দিবো ৰন
মোৰ হাতে নাহি পৰিত্ৰান ॥ ৬৮৮
তোৰ বাপ বলিৰাজ সুন কহি তাৰ কাজ
তৃভুবন কম্পে তাৰ ডৰে।
মোৰ পিতামহ হৰি বামন স্বৰূপ ধৰি
ছলিয়া পঠাইলা নাগপুৰি ॥ ৬৮৯
আগ হুয়া দেহ যুজ কাটিবো সহস্ৰ ভুজ
সিৰ চিণ্ডো দিয়া এক লাথি।
ভয় গুচাইবো উসাৰ দেৱৰ কৰো নিস্তাৰ
তিনি লোকে ৰহিব খিয়াতি ॥ ৬৯০
মহাদেৱৰ পায়া বৰ গৰ্ব্ব কৰিস বৰ্ব্বৰ
জাৰ বৰে কিছো নাহি ভাষ।
বৰ পাইল দসানন ৰাম ৰূপে নাৰায়ন
ৰাৱনক কৰিলা বিনাস ॥ ৬৯১

দানৱদণ্ডন কাজে অৱতাৰ যদুৰাজে
খণ্ডাইতে পৃথিৱিৰ ভাৰ।
সঙ্গে হলধৰ লৈয়া সুনিলে আসিবে ধায়া
তোৰ আজি নাহি প্ৰতিকাৰ॥ ৬৯২
লক্ষে লক্ষে দৈত্যগন বধি আছে নাৰায়ন
সৰিৰ ধৰিছে এহি কাজে।
নাৰায়ন পৰসনে কৰি পিতাম্বৰ ভনে
বধো তোক সংগ্ৰামেৰ মাঝে॥ ৬৯৩ ॥*॥

॥ পদ ॥ কামেৰ কুমৰ কোপে বোলে আৰোবাৰ।
বুলি ৰে দানৱ বোল শুন দুৰাচাৰ॥
তোৰ উসা আমাকে বৰিলা অনুমানে।
কৰিলো বিবাহ জেন গন্ধৰ্ব্ব বিধানে॥ ৬৯৪
জেখনে উপজে কন্যা তেখনে পৰাৰ।
উপযোগ জানিয়াসে বৰিলা আমাৰ॥
আমাকে জিনিয়া কন্যা দিব আনজনে।
হেন মনে সংগ্ৰামে আসিলে কোপ মনে॥ ৬৯৫
দানৱ হিংসাকেসে জানিয় ৰাতৃ দিনে।
ধৰ্ম্ম বিপ্ৰ কৰ্ম্ম নিন্দে জানে তৃভুবনে॥
গৰ্ব্বিষ্ঠ পাপিষ্ঠ সেজে বৰ্ব্বৰ অসুৰ।
আপুনাৰ দোষে দৈত্য চল জমপুৰ॥ ৬৯৬

অনিৰুদ্ধ আৰু বাণাসুৰৰ যুদ্ধ; অনিৰুদ্ধ নাগপাশত আবদ্ধ

সদব্যেৱহাৰ কিছো অসুৰে নাজানে।
মোত ধিক নাই আৰ হেন মনে মানে॥
কুমৰেৰ বচনে কুপিত দত্যপতি।
বোলে দেখো চোৰা অহঙ্কাৰ কৰে আতি॥ ৬৯৭
কৰ দৰসন আজি জমেৰ নগৰি।
ভুমিত পড়িয়া থাক প্ৰান পৰিহৰি॥
মোৰ হাতে তোক আজি কে ৰাখিতে পাৰে।
সিৰছেদ কৰো আজি খৰ্গেৰ প্ৰহাৰে॥ ৬৯৮
মহাকোপে জলিআ সে দানৱ প্ৰচণ্ড।
পাঞ্চ সত হাতে বিৰ ধৰিয়া কোদণ্ড॥
ঘনে ঘনে গৰ্জ্জে জেন মেঘৰ সম্বাদ।
ৰথেৰ উপৰে কৈল ঘোৰ সিংহনাদ॥ ৬৯৯
পাঞ্চ সত হাতে বিৰ পিন্ধি গোধাঙ্গুলি।
উদয় আউধ সহস্ৰেক বাহু তুলি॥
অনেক ফনায় জেন বাহুকি যুগুত।
বেড়িল চন্দ্ৰক জেন ৰাহু বিপৰিত॥ ৭০০
ৰকত নয়ন বিৰ চৰ্বিয়া অধৰ।
থাক থাক চোৰা তোকে পেশো জমঘৰ॥
ৰাজাৰ বচন সুনি কামেৰ কুমাৰ।
উদ্যত খড়গ হাতে চৰ্ম্ম কৰে আৰ॥ ৭০১
দানৱেৰ আগে বিৰ ৰহিল হাসিয়া।
নিসঙ্ক হৃদয় বিৰ হাসে মুখ চায়া॥

হস্তিৰ মাঝত জেন কেশৰীকুমাৰ।
খৰ্গ চৰ্ম্ম লৈআ সাজ হৈলা যুঝিবাৰ॥ ৭০২
অৰে ৰে দানৱ তোৰ হেন কৰে মন।
ছৱাল দেখিয়া জুঝিবাক চাহ ৰন॥
বজ্রেৰ ঘাৱতে জেন ভাগে বড় গিৰি।
সিশুৰ সংগ্রামে আজি দেখ জমপুৰি॥ ৭০৩
পুৰ্ব্বে জিনিলো ৰনে দেৱতাসকল।
দেখ আজি মনুষ্যেৰ কেনমতে বল॥
মনে মনে বোলে ৰাজা ধন্য ধন্য চোৰ।
মনুষ্যেৰ সাহস হেন কি আছে ঘোৰ॥ ৭০৪
নাহি ৰথ কৱচ হাতত ধনুবান।
ভুমিপাৱে যুঝে হাতে খৰ্গ চৰ্ম্মখান॥
ৰথে থাকি বানাসুৰ বোলে উচ্চস্বৰে।
মন কৰ চোৰা তোকে বধো এহি সৰে॥ ৭০৫
তাৰ ফল দেঞ গৰ্ব্ব কৰিলি আমাক।
প্রাণ ছাড়িয়া খিতিতলে পড়ি থাক॥
ৰাজাৰ বচন সুনি কান্দে উসা সতি।
অনিৰুদ্ধে বোলে কেনে কান্দ গুনৱতি॥ ৭০৬
তিল এক সহ মাৰো দানৱসকল।
অবশ্যে কান্দিবে উসা হইয়া বিকল॥
সুনিয়া বচন কোপ জলিল ৰাজাৰ।
পাঞ্চসত হাতে সৰ কৰিলা প্রহাৰ॥ ৭০৭

অনিৰুদ্ধ বধো হেন মনে দৈত্যপতি।
সত্বৰে সহস্ৰ সৰ কৈল শিঘ্ৰগতি॥
খৰ্গ লৈয়া কুমাৰে চিন্তিলা নাৰায়ন।
তিল সম কৰিয়াজে দিলা বানগন॥ ৭০৮
জতেক জতেক বৰিসিলা সৰজাল।
সকলে বিফল কৈল চৰ্ম্মৰ উঝালে॥
হাসে অনিৰুদ্ধ তেবে নিবাৰিয়া সৰ।
প্ৰভাতে উদিত জেন ভৈলা সসধৰ॥ ৭০৯
সৰ নাস হৈল দেখি ৰাজা বানাসুৰ।
পাঞ্চ সাত হাতে সৰ ধৰিলা প্ৰচুৰ॥
নাহি লেখাজোখা সৰ চলে গুৰুতৰ।
সোনিতৰঞ্জিত দেখি জমপটন্তৰ॥ ৭১০
হেন মতে সৰ প্ৰহাৰিলা ৰনমুখে।
ফুটিল কুমাৰ বড় চোটে পিঠি বুকে॥
সোনিতেৰ ধাৰা বহে সকল সৰিৰে।
বড় ছোটে সংগ্ৰামে জলিলা যদুবিৰে॥ ৭১১
বাম হাতে তিক্ষ খৰ্গ চৰ্ম্ম আৰ হাতে।
লাফ দিয়া বানেৰ চড়িল গিয়া ৰথে॥
বানাসুৰ দেখিল কুমাৰ আইল ৰথে।
অস্ত্ৰচয় লৈল বিৰ সহস্ৰজে হাতে॥ ৭১২
পৰশু পটিস সুল সকতি তোমৰ।
গদা চক্ৰ খৰ্গে সে হানিলা মুদ্গৰ॥

ভুসণ্ডি তৃসুল হানিলেক দৈত্যেশ্বৰ।
লাম্ফ দিয়া এড়াইল সে কামেৰ কুমৰ॥ ৭১৩
কুপিল কুমাৰে খৰ্গ ধৰিল তুলিয়া।
ৰথেৰ সাৰথি ধ্বজ পেলাইল ছেদিয়া॥
কাটিলা সহস্র ঘোড়া খড়্গেৰ সন্ধানে।
আন ৰথ সাৰথি জোগাইলা তেতিখনে॥ ৭১৪
তাহাকো কাটিলা বিৰ খড়্গেৰ ঘাৱে।
সহস্রেক ৰথ কাটিলা এহিভাৱে॥
দেখিয়া ডৰাইলা বানাসুৰ দুৰাচাৰ।
ধৰিলা সকতি বিৰ সঙ্কৰে দিবাৰ॥ ৭১৫
অতি ঘোৰ ৰূপ সে দেখিতে লাগে ভয়।
অস্ত্ৰৰ মুখত হন্তে অগনি জলয়॥
ঘণ্টাএ সহিতে আতি দেখিতে সুবেস।
ক্ষেপিলা সকতি বিৰ কুমাৰ উদ্দেস॥ ৭১৬
সকতিৰ ৰূপ আতি দেখিতে অদ্ভুত।
গগনেৰ উল্কা জেন সঞ্চৰে বিদ্যুত॥
কুমৰে দেখিলা অস্ত্র আসে মোৰ ভিতি।
এক লাম্ফ দিয়া সেজে ধৰিলা সকতি॥ ৭১৭
সেহি অস্ত্র হাতে লৈয়া কামেৰ কুমাৰ।
দৈত্যেৰ উদেসে বিৰ কৰিলা প্ৰহাৰ॥
বানাসুৰ হৃদয়ত সকতি পড়িল।
হৃদয় ভেদিয়া অস্ত্র পাতালে পসিল॥ ৭১৮

বিমুচ্ছিত বানাসুৰ ৰথতে পড়িল।
দেখিয়া কুভাণ্ড মন্ত্ৰ তেখনে ধৰিল॥
চেতন কৰাইলা মন্ত্ৰি জতন কৰিআ।
বলহিন বানাসুৰ বসিল উঠিয়া॥ ৭১৯
ধনুবান হাতেৰ সকলে কৈলা দূৰ।
ইসাদণ্ড হাতে লৈয়া বসিলা অসুৰ॥
মন্ত্ৰি বোলে সুন প্ৰভু দানৱেৰ পতি।
আজিকেসে ৰনে মোৰ হৈল আজুগুতি॥ ৭২০
স্বৰ্গ মঞ্চ পাতাল জিনিলা তিনি লোক।
ছৱালেৰ হাতে আজি পাইলা ৰনসোক॥
হীনবল হয়া যদি তুমি কৰ ৰন।
কোন দেৱ ৰন কৰি আছে হেন মন॥ ৭২১
ইহাকে জিনিতে আৰ নেদেখো উপায়।
মায়াৰন কৰিলে কুমাৰ বধ জাই॥
জিনিবাক নাপাৰিবা আন পৰকাৰে।
সকল দানৱগন পড়িব সমৰে॥ ৭২২
মোৰ বোল সুন প্ৰভু আপুনাকে ৰাখ।
মন্ত্ৰিগন সেৱক আমাত্য লাখে লাখ॥
নাকৰ বিনাস প্ৰভু সুনিতনগৰি।
ঝাণ্টে মাৰ চোৰাকেসে মায়াৰন কৰি॥ ৭২৩
মায়া কৈলা বানাসুৰ সভা বিগুমানে।
সাৰথি সহিতে ৰথ লুকাইলা তেখনে॥

বানাসুৰ অন্তৰিলা চাহে অনিৰুদ্ধ।
কতি গৈলা দানৱ নাকৰে কেনে যুদ্ধ॥ ৭২৪
দসো দিসে চাৱে বিৰে চঞ্চল নয়নে।
কতি গৈলা দানৱ লুকাইলা কোন থানে॥
কৰিয়া তামসি মায়া দানৱ দুৰ্ব্বাৰ।
নাগপাশে মাৰিলেং সে ব্ৰহ্মায়ে দিবাৰ॥ ৭২৫
কুমৰেৰ সৰিৰে বেড়িলা আচম্বিতে।
হাতে পাৱে কুমৰেৰ বান্ধিলা তুৰিতে॥
লক্ষে লক্ষে ভুজঙ্গে বেড়িলা সৰ্ব্বগাৱ।
বুদ্ধিহীন কুমৰেৰ মুখে নাসে ৰাৱ॥ ৭২৬
আকণ্ঠে পুৰিলা বিসে দেখিতে তৰাস।
হেন সৰ্পে কুমৰ বান্ধিলা নাগপাস॥
ৰাজা বোলে সুন মন্ত্ৰি বচন আমাৰ।
ঝাণ্টে কাট পাপিক নালাগে ৰাখিবাৰ॥ ৭২৭
ৰাজাৰ বচন সুনি মন্ত্ৰি গুনে মনে।
কহে পিতাম্বৰে জহুমনি পৰসনে॥ ৭২৮ ॥*॥

॥ **অহিৰ ৰাগ : লাছাড়ি দিৰ্ঘ ছন্দ** ॥

বাণাসুৰৰ প্ৰতি কুভাণ্ডৰ উপদেশ-বাণী

অ কি দৈত্যৰাজ হে
কেনে হেন বোল আইল মুখে।
জমাই বধিলে পাপ অপজস হৈব হে
মন্দ বুলিবেক সৰ্ব্বলোকে॥ ৭২৯

ৰাজ্ঞাৰ বচন শুনি মন্ত্রি বোলে মনে গুনি
স্থন গোসাঁই বচন আমাৰ।
তৃভুবন অধিপতি কুমৰ তাহাৰ নাতি
প্রানখানি এহিসে উষাৰ॥ ৭৩০
গন্ধর্ব্ব বিবাহ কৰি বিবাহ কৈলা স্থন্দৰি
তাহাৰ প্রভু নাহি কিছো দোস।
কন্যা হইলে নিবে পৰে ভাগ্যে পাইলা হেন বৰে
পৰিহৰ সর্ব্ব মনৰোষ॥ ৭৩১
জেন কন্যা তেন বৰ সর্ব্বজন মনোহৰ
নাই বৰ হেন ৰূপে গুনে।
সত্যে বোলো নোহে আন কুমাৰি তেজিব প্রাণ
মৰিব উসা ইহাৰ মৰনে॥ ৭৩২
তোমাকে গর্ব্ব কৰিয়া উসাকে হৰিলা গিয়া
তাৰ ফল কৈলে দৈত্যপতি।
এত ফল কৰি জাক আৰ কোপ কেনে তাক
তিনি লোকে বিদিত কিৰিতি॥ ৭৩৩
তৃভুবনে উসা সতি তাৰ এহি প্রাণপতি
সর্ব্বনাস ইহাৰ মৰনে।
জগতে তোমাৰ নাম নাকৰিহ হেন কাম
স্থনিলে নিন্দিবে সর্ব্বজনে॥ ৭৩৪
উসা প্রাণ ছাড়ে জেবে মহিসি মৰিব তেবে
তোমাৰোবা হয় কিবা গতি।

এ কুমাৰ বধ কৰি নজাইবে সুনিতপুৰি
দায়া কৰ দৈত্যঅধিপতি ॥ ৭৩৫
উসাৰ নাকৰ নাস দুৰ কৰ নাগপাস.
পাপ হৈবে জমাইমৰনে।
নাৰায়ণ পৰসনে কৰ্ব্বি পিতাম্বৰ ভনে
বুঝাই মন্ত্ৰি মধুৰ বচনে ॥ ৭৩৬ ॥*॥

**॥ ভৈৰবী ৰাগ ঃ লাছাৰি মধ্য ছন্দ ॥**

**ধ**ন্য ধন্য হেন বৰ পাই কত ভাগে।
নাই কুমৰেৰ দোস আকাৰণে কৰা ৰোস
উসাই বৰিল অনুৰাগে ॥ ৭৩৭
কোটি কোটি দানৱ সেনা কাম্পে জাক ডৰে
তাৰ মাঝে জুঝে একেশ্বৰে।
নাহি ৰথ সেনাপতি. লক্ষে লক্ষে মহাৰথি
একেশ্বৰে সবে ৰন কৰে ॥ ৭৩৮
আতুল জাৰ বিক্ৰম কুবেৰ বৰুন জম
গন্ধৰ্ব্ব কিন্নৰ পসুপতি।
দেৱ সনে কৈলে ৰণ বোল আছে কোনজন
সাহাসে পুৰিল বসুমতি ॥ ৭৩৯
একাদশ কোটি সেনা প্ৰথমে মৰিলা হে
চৌধয় আৱৰ সেনাপতি।

জুঝিল প্ৰমথগন নিপাতিলা জনে জন
তিনি লোকে বিদিত কিৰিতি ॥ ৭৪০
তুমি ৰাজা বানাসুৰ দেৱ গৰ্ব্ব কৈল চুৰ
তৃভুবন কাম্পে তোমা ডৰে।
তোমাকে বোলে দৰ্পবানি হেন কি পুৰুসমনি
সিংহসম বিক্ৰম সমৰে ॥ ৭৪১
বিসম সংগ্ৰামে স্থিৰ প্ৰমথ তৰুন বিৰ
দুৰ্ল্লভ মনুষ্য ৰূপে গুণে।
শ্যামল সুন্দৰ ৰূপ ত্ৰিভুবনে মোহে
হেনজনা মৰে আকাৰণে ॥ ৭৪২
নাকৰ জমাইৰ নাস দুৰ কৰ নাগপাস
লয়া জাই হেন লয় মনে।
কেহো নাবুলিব মন্দ উসা নিশি এহি চান্দ
আনন্দে পুৰিব সৰ্ব্বজনে ॥ ৭৪৩
মন্ত্ৰিৰ বচন সুনি দানৱ থাকিলা গুনি
উত্তৰ নাদিল ভাল মন্দ।
নাৰায়ণ পৰসনে কৱি পিতাম্বৰ ভনে
পুণ্য কথা পৱাড় প্ৰবন্ধ ॥ ৭৪৪ ॥*॥

॥ পদ ॥ বৈসম্পায়নে বোলে কথা নৰপতিস্মাৰ।
ৰাজা মৌন দেখি মন্ত্রি বোলে আৰোবাৰ॥
কুভাণ্ডৰ উপদেশ আৰু বাণাসুৰৰ সমিধান
কেনে হেন নিসন্ধে থাকিলা দৈত্যপতি।
জামাতাৰ পুজা কৰ জেন সাস্ত্রনিতি॥ ৭৪৫
ইন্দ্রসম পৰাক্রমি জমাই তোমাৰ।
ৰূপে গুনে ভুসনে. পৃথিত অৱতাৰ॥
সৰ্ব্বসাস্ত্রবিসাৰদ আতি বলমাল।
ই তিনি ভুবনে এক পুৰুস বিসাল॥ ৭৪৬
অনেক দেখিলে দেৱদানৱ সংগ্রাম।
ইহাৰ বিক্রম প্রভু আতি অনুপাম॥
একেশ্বৰে নিসঙ্ক ঋদয়ে জুঝে বিৰ।
দোসৰ সঙ্গতি নাহি হাতে ধনু তিৰ॥ ৭৪৭
অনুচিতে সংগ্রামে বান্ধিলা নাগপাসে।
তথাপি নকৰে সঙ্কা হেৰ দেখ হাসে॥
বান্ধিবাৰ দোস প্রভু নাকৈল কুমৰ।
সত্যে বোলো এহি বৰ সদৃশ উসাৰ॥ ৭৪৮
ইহাৰ মৰনে প্রভু ৰহিব খণ্ডাৰ।
ৰাখিলে বুলিব ভাল সকলে সংসাৰ॥
বিৰগুনে গুনি জস প্রতাপে দুৰ্জ্জয়।
সেজন জমাই জাৰ সেহি মহাশয়॥ ৭৪৯
সকল সৰিৰে দেখা সোনিত বৰিসে।
বিসধৰো অনেক বেড়িলা আসেপাসে॥

হেনমত আপদত সঙ্কা নাহি মনে।
তথাপি নাছাড়ে দর্প আছে সিংহ জেনে॥ ৭৫০
তোমাৰ সহস্র ভুজ জেন জমদণ্ড।
স্বর্গ মঞ্চ পাতালে প্রতাপ পৰচণ্ড॥
দুইবাহু হুয়া বিৰ যুঝিল তোমাৰে।
সেজনা ছাড়িয়া উসা সুম্পিবা কাহাৰে॥ ৭৫১
আনক নাবৰে উসা বুঝি হেন চিত্তে।
সাস্ত্রবেৱহাৰ দুৰ্ কৰ কেনমতে॥
পূজা কৰ জমাইৰ গুচাই নাগপাস।
ৰথে তুলি লৈয়া চল আপুন আস্তাস॥ ৭৫২
সুভ জোগ জিজ্ঞাসিয়া লগন প্রধান।
প্রচুৰ দক্ষিনা দিয়া কন্যা কৰ দান॥
পৰিহৰ সব কোপ সুনা দৈত্যৰায়।
দুহিতপতিক বধিবাকে নাজুআই॥ ৭৫৩
স্বর্গ মঞ্চ পাতালে তোমাৰে অধিকাৰ।
হেন জনা তুমি কেনে ৰাখিবা খঙ্খাৰ॥
কলঙ্ক ৰাথুয়ো প্রভু দানৱ কুলৰ।
জমাইকে হিংসয় হেন আছে কোন নৰ॥ ৭৫৪
মন্ত্রিৰ বচন জেবে ভৈলা অৱসান।
অনন্তৰে বান ৰাজা দিলা সমিধান॥
ৰাজা বোলে মন্ত্রি জত পুচিলা কাহিনি।
সকলে উচিত কথা আমি ভালে জানি॥ ৭৫৫

আৰ নাহি কুমৰেৰ জিৱনেৰ আস।
ব্যের্থ নাহি আৰ ব্রহ্মদত্ত নাগপাস॥
প্রহাৰিলে বাহুড়িয়া নাইসে আৰোবাৰ।
জাৱদেকে প্রান নাস নাকৰে তাহাৰ॥ ৭৫৬
নিৱাৰন নাগপাশ্ কৰে কাৰ বাপ।
মাৰিবেক কুমৰ দংশিয়া সবে সাপ॥
মোৰ দোষ নাহি মন্ত্রি জানিও তখনে।
জতেক অকার্য্য কৈল সুনহ আপুনে॥ ৭৫৭
প্রথমে আকার্য্য কৈল মোক নাপুচিয়া।
হৰিলে উসাকে মোৰ নগৰ পশিয়া॥
সেনাসব পঠাইলো ধৰিয়া আন এথা।
নাম গ্রাম কুল সিল পুছি তাৰ কথা॥ ৭৫৮
জিজ্ঞাসা কৰিবো মোৰ হেন অভিপ্রায়।
জত সেনাপতি মোৰ মাৰিলা তথায়॥
আপুনে আসিলো. জদি তেভো গালি পাৰে।
মাংস কাটি বচন পসিল গিয়া হাড়ে॥ ৭৫৯
জে জুঝে জুঝিল হেন সাস্ত্রবেৰহাৰ।
মৰিবে কুমৰ দোস নাহিকে আমাৰ॥
নিসব্দে থাকিলা মন্ত্রি বচন সুনিয়া।
নাপাইল উপায় কিছো মনত গুনিয়া॥ ৭৬০
থাকিলা কুমৰ বন্দি হুয়া নাগপাসে।
সসৈন্যে দানৱ ৰাজা পসিল আগ্রাসে॥

দ্বানৱ সেনাৰ আতি কৌতুক আপাৰ।
সিদ্ধ মুনি দেৱগনে কৰে হাহাকাৰ॥ ৭৬১
গিৰি সৰোবৰ কান্দে সপত সাগৰ।
পাতালৰ জত আছে নাগ জলেশ্বৰ॥
সাগৰে তুলিল উৰ্মি নাবহে সমিৰ।
জত নদী স্রোতৱন্ত সব হৈল থিৰ॥ ৭৬২
সেদিনে ছাড়িলা ৰৱি ৰশ্মি পৰচণ্ড।
সোকাকুলে জমেৰ হাতৰ পৈল দণ্ড॥
কান্দে লোকপতি দেখি কুমৰবন্ধন।
সেদিনে ছাড়িলে সৃষ্টি স্থিতি সংহাৰন॥ ৭৬৩
সোকে উৰ্দ্ধজল নাছাড়িলা বৈস্বানৰ।
মন্দৰুচি গগনতে হৈল সুধাকৰ॥
কুবেৰে বৰুন জম কান্দে দিগপতি।
সপতি সাগৰ কান্দে সপ্ত বসুমতি॥ ৭৬৪
অষ্ট বসু নৱ গ্ৰহ আৰ পুৰন্দৰ।
গন্ধৰ্ব্ব ৰাক্ষস কান্দে জক্ষ বিত্তাধৰ॥
সুমেৰু মন্দৰ আদি জতেক অচল।
কুমৰ বন্ধন দেখি কান্দিয়া বিকল॥ ৭৬৫
স্বামিৰ বিয়োগ দেখি ৰাজাৰ কুমাৰি।
কান্দে নিৰন্তৰে বহে নয়নেৰ বাৰি॥
হৃদয়তে মুষ্টি হানি সাখা কৈল চুৰ।
কপালে সিন্দুৰ মোচে পাৱত নুপুৰ॥ ৭৬৬

চক্ষুক ঢাকিয়া নিৰন্তৰে জল বয়।
আতি বিআকুল উসা পড়ে স্বামি পায়॥
আতি বিমুৰ্চ্চিত উসা ঘনে স্বাস বহে।
হৰি পৰসনে কৰি পিতাম্বৰে কহে॥ ৭৬৭।*॥

॥ ৰাগ ধনশ্ৰী: লাছাড়ি পদ ছন্দ॥

উষাৰ বিলাপ

তোৰ কি নাজাইবে প্ৰভু হে
প্ৰভু দ্বাৰকানগৰি।
অনাথ কৰিলে উসা আভাগিনি নাৰি॥ ৭৬৮
চৰণে ধৰিআ প্ৰভু হে
হৰি হৰি বুঝাইলো তোমাৰে।
নাজাইবা সংগ্ৰামে পিতা আসিল আমাৰে॥ ৭৬৯
আছোক আনেৰ কথা হে
প্ৰভু দেৱেৰ তৰাস।
তাৰ সনে বিবাদ কৰিলে সৰ্ব্বনাস॥ ৭৭০
কোপ কৈলে কেহো তাক হে
ৰাখিতে নাপাৰে।
মিনতি কৰিআ প্ৰভু বুঝাইলো তোমাৰে॥ ৭৭১
অহঙ্কাৰ কৰিলে
বচন নাস্থুনিয়া।
নাগপাস বানে কোপে ফেলাইলে বান্ধিয়া॥ ৭৭২

হেনসে হইল প্ৰভু
হৰি হৰি তোমাৰ অৱস্থা।
কে কৰে নিস্তাৰ হেন জন নাহি এথা॥ ৭৭৩
বিসম ভুজঙ্গে প্ৰভু হে
বেড়িলা আসেপাসে।
আৰ কি তোমাৰ আছে জিৱনেৰ আসে॥ ৭৭৪
আলক্ষনি উসাকে লাগি হে
মৰিল প্ৰানপতি।
আনিয়া তোমাকে কৈলো এ দুৰসঙ্গতি॥ ৭৭৫
পৰান তেজিবো প্ৰভু হে
হৰি হৰি তোমাৰ মৰনে।
কহে কৱি পিতাম্বৰে হৰি পৰসনে॥ ৭৭৬ ॥ঞ্চ॥

**॥ অহিৰ ৰাগ ঃ লাছাড়ি মধ্য ছন্দ ॥**

অ কি বিধি হে কিনা বিধি লিখিল কপালে।
ৰাজাৰ কুমাৰি হয়া এত দুখ সোক হে
আজি প্ৰান তেজিবো আনলে॥ ৭৭৭
পাৰ্ব্বতি দিলেক বৰ স্বপ্নে পাইলো প্ৰানেশ্বৰ
এ মোৰ দুল্লভ গুননিধি।
চিত্ৰলেখা কৈল যত্ন আনিলা দুৰেৰ ৰত্ন
দিয়া বাহুড়াইল কোন বিধি॥ ৭৭৮
কোন আলক্ষনে মঞি চিত্ৰলেখা পঠাইলো
আনি স্বামি কৈলো কোন কাজ।

ৰাহুৰ হাতত আনি চান্দক•সুম্পিলো হে
কলঙ্ক ঘুসিবে ৰাজে ৰাজ ॥ ৭৭৯
জেৱে মৰে প্ৰানপতি কণ্ঠৈ নৱসান কাতি
দিয়া প্ৰাণ তেজিবো এখনে।
মুঞি পাপিষ্ঠিৰ কাজে প্ৰানপতি মৰে হে
হেন তিৰি•জিএগ্ৰা কি কাৰণে ॥ ৭৮০
পুৰুষবধেৰ পাপ বিধতা দিলেক তাপ
ভুঞ্জো মুঞি জলন্ত অগনি।
কপটে ভাণ্ডিয়া বৰ দিলা হৰ গৌৰি হে
হেন মঞি উসা আভাগিনি ॥ ৭৮১
পুৰুস বধেৰ পাপ বধি দিলা এত তাপ
ভুঞ্জিবো মঞি আনল অগনি।
মায়াএ ভাণ্ডিয়া বৰ দিলা হৰ গৌৰি হে
হেন মঞি উসা আভাগিনি ॥ ৭৮২
মুণ্ডিবো মাথাৰ কেস ধৰিবো যুগুনি বেস
জাইবো মঞি গৰুড় উদ্দেসে।
গৰুড়ক আনিলে সৰ্ব্ব সাপ খাইব হে
নাজানি কমন দিসে বৈসে ॥ ৭৮৩
উসাৰ দেখিয়া বিলাপ কুমাৰ মনত তাপ
বোলে প্ৰিয়া কান্দা আকাৰনে।
নাৰায়ন পৰসনে কৰি পিতাম্বৰে ভনে
কুমৰ বোলে মধুৰ বচনে ॥ ৭৮৪ ॥*॥

**॥ অহিৰ ৰাগ ঃ লাছাড়ি মধ্য ছন্দ ॥**

অনিৰুদ্ধৰ প্ৰবোধ-বাণী

উসা হে
কেনে উসা তুমি কান্দা আকাৰণে।
কি কৰিব নাগপাস নাকৰ বাপেৰ আশ
স্নুনিলে আসিব নাৰায়নে ॥ ৭৮৫

সমুখ হইব ৰণে কেবা আছে তৃভুবনে
আমাকে যুঝিব আগ হয়া।
পাপিষ্ঠ তোমাৰ বাপ মায়া সবে দিল তাপ
বন্দি কৈল নাগপাস দিয়া ॥ ৭৮৬

আপুনে দেখিলা ৰনে কুটি কুটি সেনাগনে
কি কৰিতে পাৰিল সংগ্ৰামে।
জত সেনা সেনাপতি নান্তড়াইলা একোগুটি
তিলেকে সবাকে নিল জমে ॥ ৭৮৭

এখনো হেন সাহস জত দেখ নাগপাস
টানিয়া চিণ্ডিতে পাৰো মাথা।
বিধাতাৰ অঙ্গিকাৰ তাক লাগে পালিবাৰ
এহি গুনি মনে লাগে বেথা ॥ ৭৮৮

আগে চায়া থাক ৰণে পড়িব দানৱগনে
কোপ কৰি আসিব শ্ৰীহৰি।
কি কৰিব তোৰ বাপ তৃভুবনে নাহি ৰাখ
মজাইবে সকলে দৈত্যপুৰি ॥ ৭৮৯

গৰুড়ে চাড়িয়া হৰি মজাইবে স্থনিতপুৰি
কোপ কৰি কমললোচন।
পায়া গৰুড়েৰ গন্ধ সকল সৰ্পেৰ বন্ধ
কথা জাইব নাগপাস বান॥ ৭৯০
নাকান্দ নাকান্দ পৃয়া থাক হৰিসিত হুয়া
জেৱে আইসে প্ৰভু চক্ৰপানি।
নাৰায়ন পৰসনে কৰি পিতাম্বৰে ভনে
পুন্য কথা মধুময় বানি॥ ৭৯১॥ *॥

নাৰদৰ উপ- দেশত উষা- অনিৰুদ্ধৰ দেৱী-স্তুতি

বৈসম্পায়নে বোলে কথা স্থনা নৰপতি।
অনিৰুদ্ধে বোলে কেনে কান্দ গুনৱতি॥
নাগপাস বানে মোক কি কৰিতে পাৰে।
তোৰ সোক দেখি মোৰ হৃদয় বিদাৰে। ৭৯২
কতোক্ষন সহ পৃয়া দেখ বিদ্যমান।
তোৰ আগে দত্যগন মৰে কেনঠান॥
গোৱিন্দৰ অগোচৰ নাহি কোনো কালে।
দ্বাৰকাত থাকিআজে জানিবা গোপালে॥ ৭৯৩
সে বোল নাস্থনে উসা ৰাজাৰ কুমাৰি।
বিআকুলে কান্দে মন ধৰিতে নাপাৰি॥
বুকে মুষ্টি হানে ঘনে ঘনে অচেতন।
আকাশত থাকিয়া নাৰদে কৈল মন॥ ৭৯৪
কৃপাময় মুনিৰাজ ব্ৰহ্মাৰ নন্দন।
আসিলা তেখনে দেখি কুমৰবন্ধন॥

উসাকে প্ৰবোধ দিতে আসিলে মহিতলে।
কেনে কান্দ উসা তুমি আগে বৈআ বোলে॥ ৭৯৫
দ্বাৰকাক জাঞ মঞি আনো ঋষিকেস।
সকল দানৱ ৰনে পৰিব নিসেস॥
সহস্র বাহুৰ বলে গৰ্ব্ব কৰে বান।
চক্ৰে হানি গোবিন্দে কৰিব খান খান॥ ৭৯৬
আসিব নাৰায়ন উসা হেন মনে জান।
দানৱ বিনাস হুইব নাহি পৰিত্ৰান॥
দেৱিক স্বৰন উসা কৰ একমনে।
খণ্ডিব সাপেৰ বিস দেৱি স্তুতৰনে॥ ৭৯৭
স্বামিৰ সহিতে জে দেৱিৰে কৰ তুতি।
এহি বুলি নাৰদ গগনে কৈল গতি॥
এক মনে কুমাৰিজে স্বামিৰ সহিতে।
বিস্তৰ কৰিলা তুতি দেৱিক তুসিতে॥ ৭৯৮
নমো মহামায়া চণ্ডি দুৰ্গা কাত্যায়নি।
পাৰ্ব্বতি ভৱানি নমো সিৱা ত্ৰিনয়নি॥
গৌৰি মহেশ্বৰি ইষ্টসিদ্ধিপ্ৰদায়িনি।
ত্ৰিভুৱনৱন্দিনি নমো জগতজননী॥ ৭৯৯
এহি বুলি একমনে বহু কৈলা তুতি।
তুষ্ট হুয়া তেখনে আসিলা ভগৱতি॥
নাকৰিহ সঙ্কা দেৱি বোলে তুষ্ট হয়া।
সিতলবন্ধন কৈলা এ বোল বুলিয়া॥ ৮০০

গুচিল সাপেৰ বিস গোসানিৰ বৰে।
হিনবল হয়া সৰ্প থাকিলা সবিৰে॥
নামমাত্ৰ বন্ধন সৰ্পেৰ নাহি বেথা।
ব্ৰহ্মাৰ বচন মাত্ৰ নাহি অন্যঅথা॥ ৮০১
বৰ দিয়া মহামায়া গৈল নিজ থানে।
হিনবল হৈল তেবে নাগপাস বানে॥
থাকোক কুমৰ নাগপাসে বন্দি এথা।
মন দিয়া সুনা কহি দ্বাৰকাৰ কথা॥ ৮০২
পূৰ্ব্বে চিত্ৰলেখাএ তামসি কৰি মায়া।
কেহো নেদেখিলা কুমৰকে গৈল লআ॥
অনন্তৰে জদুগনে মেলিলা নয়ন।
হলধৰ জাগিলা আৱৰ নাৰায়ন॥ ৮০৩
গৰুড় জাগিলা আৰো বিৰ হনুমান।
হস্তি ঘোড়া জাদৱ জাগিলা জনে জন॥
অন্তেঃপুৰে জাগিল মদন আৰ ৰতি।
চেতন পাইলা তেবে জতেক যুৱতি॥ ৮০৪
আচম্বিতে কুমাৰক নাদেখি তথায়।
সকল অন্তেম্পুৰে চাহিয়া বেড়ায়॥
কথা গৈলা অনিৰুদ্ধ নাহিকে উদ্দেস।
উঠিলা কান্দন ৰোল তেখনে আসেস॥ ৮০৫
কান্দে অন্তেম্পুৰে জতেক স্ত্ৰিলোক।
হৃদয়তে মুঠি হানে পায়া বড় সোক॥

অনিৰুদ্ধক নাপাই যাদৱ-সমাজত চিন্তা, অনুসন্ধানৰ অৰ্থে দূত-প্ৰেৰণ

জতনে ৰাখিতেসে কুমৰ গৈলা চুৰি।
বৰ্ত্তিবাৰ কাৰ্য্য নাহি প্ৰান পৰিহৰি॥ ৮০৬
কেহো কেহো মুৰুচি পড়িলা মহিতলে।
তিন্তিল বসন কাৰো নয়নেৰ জলে॥
সাখ কেহো খসাৱয় সিখেৰ সিন্দুৰ।
নয়নেৰ কাজল মোচে পাৱত নুপুৰ॥ ৮০৭
স্ত্ৰিলোকেৰ মহিমা জত কহিতে আপাৰ।
নিসেস কহিতে অতি বাড়িবে পৱাড়॥
পুত্ৰসোকে ৰতি আতি বিয়াকুল হয়া।
থাকিলা ধৰনি তলে মুৰুচি পড়িআ॥ ৮০৮
প্ৰানপুত্ৰ কথা গৈলা পৰিহৰি মোক।
আলক্ষনি ৰতি আৰ নেদেখিবো তোক॥
কোনে হেন কৈলে নাৰায়ন বিদ্যমানে।
ভুত ভৱিস্যত কথা হৰি সবে জানে॥ ৮০৯
স্বৰ্গ মঞ্চ পাতাল সৃজিল তিনি লোক।
এহেন থাকিতে কেনে পাইলু্ পুত্ৰসোক॥
জগত ব্যাপিয়া নাৰায়ন ঘটে ঘটে।
সে থাকিতে মোৰ পুত্ৰ কে নিল কপটে॥ ৮১০
জতেক ব্ৰহ্মাণ্ডেৰ গোবিন্দেসে অধিকাৰী।
হৰি বিদ্যমানে মোৰ পুত্ৰ গৈলা চুৰি॥
হৰি জল হৰি স্থল হৰিসে সংসাৰ।
জত চৰাচৰ দেখ হৰিসে সবাৰ॥ ৮১১

জঠৰ ভিতৰে জাৰ সকলে সংসাৰ।
সেজনা থাকিতে কোনে হৰিল কুমাৰ॥
আৰ বিৰ হলধৰ হৈল আপুনি প্ৰহৰি।
কি মোৰ কৰম তেভো পুত্ৰ গৈল চুৰি॥ ৮১২
হেন বিৰ হলধৰ উত্তৰ দুয়াৰে।
পৃথিৱি তুলিতে চাহে নাঙল উপৰে॥
যমুনাক পুতিল পৃথিৱি উলটিয়া।
ৰহিল পৃথিৱি সে দক্ষিনঢাল হয়া॥ ৮১৩
হেন হলধৰ হয়ে আপনে পহৰি।
কি মোৰ কৰমদোষ পুত্ৰ গেল চুৰি॥
হনুমান প্ৰহৰি আৱৰ খগেশ্বৰ।
তথাপি হৰাইলা মোৰ দুল্লভ কুমৰ॥ ৮১৪
স্থধা তন্দ্ৰা নিদ্ৰা মায়া স্ৰজিলা জিজনে।
তাহাৰ প্ৰহৰে পুত্ৰ হৰিলা কেমনে॥
অন্তঃপুৰেৰ স্ত্ৰীসৱেৰ কান্দনেৰ ধ্বনি।
দুৱাৰে থাকিয়া মন কৈল চক্ৰপানি॥ ৮১৫
আদেশিলা দুতকে চলহ অন্তেসপুৰে।
কিসেৰ কান্দন ৰোল স্থনি নিৰন্তৰে॥
অন্তেষপুৰে গৈয়া দুত সকলে জানিয়া।
গোবিন্দেৰ চৰনত জনাইল আসিয়া॥ ৮১৬
হৰিয়া লৈ গৈল কেবা কামেৰ নন্দন।
সেহিসে কাৰণে স্থনি নাৰিৰ ক্ৰন্দন॥

স্তুনিয়া করুণাময় গুনে মনে মনে।
আপুনি প্রহৰ ধৰি আছিলো জতনে॥ ৮১৭
হনুমান হলধৰ আৰ খগেশ্বৰ।
এসব থাকিতে কেনে হৰিলা কুমৰ॥
হনুমান গৰুড় স্তুনিয়া এহি কথা।
আতি লাজ সম্পজিল বড়ে পাইল বেথা॥ ৮১৮
কিমতে চাহিবো আৰ গোবিন্দেৰ মুখ।
অৰন্যে চলিলা দুয়ো পায়া মনদুখ॥
অনন্তৰে সকল লোকৰ অধিপতি।
সভামণ্ডলকে আসি বিসাদিত মতি॥ ৮১৯
দিণ্ডিম সবদ কৈল হৰিৰ আদেসে।
স্তুনি যদুবিৰ সব আসিল নিশেষে॥
চিন্তিয়া ৰহিল হৰি ত্রৈলোক্যঅধিকাৰি।
কেমতে কামেৰ পুত্র কে কৰিল চুৰি॥ ৮২০
কে হৰিল কেনমতে নাহিকে উদ্দিশ।
কি উপায় কৰিব চিন্তয়ে হৃষিকেস॥
এই বুলি নিশ্বাস ছাড়য় ঘনে ঘনে।
দেখিয়া বিস্ময় হৈল সৱ যদুগনে॥ ৮২১
বিপৃথু জাদৱ বোলে স্তুন নাৰায়ন।
সৃজন পালন তুমি সংহাৰ কাৰণ॥
জত চৰাচৰ প্রভু তোমাৰসে গতি।
কি কাৰণে চিন্তা কৰ বিয়াকুল মতি॥ ৮২২

জতেক জাদৱগন তোমাৰ প্ৰসাদে।
জিনি আছো বড় বড় দৈত্যকো বিবাদে॥
তোমাৰ সেৱাএ সুৰপতি বলৱান।
জিনিলা সকল দৈত্য দানৱ প্ৰধান॥ ৮২৩
তোমাৰেসে বাহুবলে দেৱৰ বসতি।
সকলহি লোকৰ তুমিসে অধিপতি॥
কিঞ্চিত জাদৱনাথ সুন কহি কথা।
তোমাৰ ব্যাকুল দেখি বড়ে লাগে বেথা॥ ৮২৪
জাহাৰ আজ্ঞাত ৰহে যত চৰাচৰ।
সেজনা নিশ্বাস কাড়ে দেখি লাগে ডৰ॥
বিপৃথুৰ বচন সুনিয়া নাৰায়ন।
সুনহ জাদৱ কহি চিন্তাৰ কাৰন॥ ৮২৫
চিন্তিতে আছঞ জে কাৰ্য্যৰ নাহি ভাস।
মনত আসুখ বাড়ে কিসেৰ নিশ্বাস॥
আমিসব থাকিতেসে কামেৰ কুমাৰ।
কে হৰিল আমাকে কৰিআ অহঙ্কাৰ॥ ৮২৬
পৃথিৱিতে জতেক আছয় নৰপতি।
সকল জাদৱক দেখিল আসকতি॥
বুলিবেক জাদৱেৰ নাহি গায় বল।
পুৰি প্ৰৱেসিয়া নিল কামেৰ কুমাৰ॥ ৮২৭
পুৰুৱে আহুক নামে জাদৱ প্ৰধান।
হৰিআ লৈ গৈল সাল্ব ৰাজা নিজ স্থান॥

সাঁলেৰ নগৰি হন্তে ঘোৰ যুদ্ধ কৰি।
আহুকক উদ্ধাৰিসে আনিলো নিজ পুৰি॥ ৮২৮
দানৱ সম্বৰেসে মদন সিসুকালে।
হৰিয়া লৈ গৈল দত্যপতি মায়াবলে॥
মাৰিয়া সম্বৰ তেবে কৰিয়া সংগ্ৰাম।
দ্বাৰকানগৰে তেবে আসি ভৈলা কাম॥ ৮২৯
ইবাৰ সংশয় বড় ভৈল মোৰ মনে।
উদ্দেস নাপাইলো সেজে লআ গৈল কোনে॥
ভস্ম মাখি চৰনে মাথাত পাৱ দিয়া।
হৰিলা কুমৰ জাদবকে নাগনিয়া॥ ৮৩০
জে হৰিআ গৈলা কামেৰ কুমাৰ।
জদি বৈৰি হয় প্ৰাণ লৈবোহো তাহাৰ॥
দিগন্তে পলায় কিবা জায় নাগপুৰে।
তথাপি বধিবো তাকে কে ৰাখিতে পাৰে॥ ৮৩১
সাগৰে পলায় মুহি লুকায় আকাসে।
জথা মন তথা জাউক বধিবো আৱসে॥
জে হৰিল অনিৰুদ্ধ নাহি তাৰে ৰক্ষা।
অৱস্যে কৰাইবো তাকে জমপুৰি দেখা॥ ৮৩২
সুনিয়া সাত্যকি তেবে দিলা সমিধান।।
মোৰ বোল সুন কিছো দেৱ ভগৱান॥
কাৰ্যতে কুসল চৰ জাউক দেসে দেসে।
জানিআ আসোক অনিৰুদ্ধৰ উদিসে॥ ৮৩৩

জে হৰিল কুমৰ স্থনিয়া চৰমুখে।
তেবে কার্য্য সাধিবো আপুন মনস্থখে॥
ভাল বোলে সাত্যকি শ্রীহৰি জানি মনে।
আহুক জাদৱকে বুলিলা তেতিখনে॥ ৮৩৪
সত্বৰে পঠায়ো দুত আছে জত দেস।
কথা আছে অনিৰুদ্ধ নাজানে বিসেস॥
আহুকে স্থনিআ তেবেঁ কৃষ্ণৰ আদেস।
ডাকিয়া আনিলা চৰ সকল নিসেস॥ ৮৩৫
বোলে চৰ ঝাণ্টে জাহ দিগদিগান্তৰ।
দেখি আইস কথা আছে কামেৰ কুমৰ॥
লৱ ৰথ তুৰঙ্গ পৱনসম গতি।
ঝাণ্টে জাহ হৰিৰ আদেসে ভিতাভিতি॥ ৮৩৬
অভ্যান্তৰে দেখি আস নগৰে নগৰে।
লতা কুঞ্জ গিৰি বন দীঘি সৰোবৰে॥
সসাগৰা পৃথিৱীক চাহি বাৰম্বাৰ।
উছ্যান কানন বন চাঁহিস আপাৰ॥ ৮৩৭
ৰাজসভা বিচাৰ কৰিহ ভালমনে।
বেস্যাৰ ঘৰত তাক চাহিবা জতনে॥
জদি কুমৰেৰ কেহো কহেবা উদেস।
গোসাই বুলি দিবা তাকে প্রসাদ আসেস॥ ৮৩৮
ৰথ তুৰঙ্গমে আৰোহিয়া চৰগনে।
জাত্রা কৈল দেসে দেসে কৰিলা গমনে॥

পৱনসমান গতি জায় ভিতাভিতে।
লড়ি গৈলা দুতগন কুমৰ চাহিতে॥ ৮৩৯
বৈসম্পায়নে বোলে কথা স্তন নৰপতি।
অনাধৃষ্টি নামে যাদৱেৰ সেনাপতি॥
সভাতে বসিয়া বোলে স্তনা নাৰায়ন।
স্বৰূপেসে বুলি গোসাই হেন লয় মন॥ ৮৪০
অসিলোমা পুলোমা নিস্তুন্দ সৌভমান।
মইন্দ দ্বিবিদ আৰো বক দৈত্য বান॥
হয়গৃঞ অনুবন্ধ আদি জত জত।
এসম্বাক লিলায় বধিল কত কত॥ ৮৪১
পূৰ্ব্ববৈৰি স্মৰিআ ইহাৰ বন্ধুগনে।
হৰিল কুমৰ মোৰ হেন লয় মনে॥
আৰ কথা কহি মন কৰ জদুনাথ।
জে বেলা নাৰদে আনি দিল পাৰিজাত॥ ৮৪২
সেহি পাৰিজাত ফুল পিন্ধিলা ৰুক্মিনি।
স্তনিআ কুপিল সত্যভামাজে গোসানি॥
সেবেলা আপুনিসে জিনিলা পুৰন্দৰ।
পাৰিজাত আনিলাহা দ্বাৰকানগৰ॥ ৮৪৩
সেহি বৈৰি স্তমৰিয়া দেৱ শচীপতি।
হৰিলা কুমৰ মোৰ হেন লয় মতি॥
ইন্দ্ৰ বিনা আছে আন কাহাৰ পৰান।
আমাৰ দ্বাৰকাপুৰি কৰিব পয়ান॥ ৮৪৪

দেখিলো কাৰ্য্যেৰ গতি বুঝিলো সকল।
স্বৰূপে কুমৰ হৰি নিলা আখণ্ডল॥
হৰি বোলে এ বোল নাবোল সেনাপতি।
হেন কি মলিন হৈব দেৱতাৰ মতি॥ ৮৪৫
মোহোৰ সাহাসে দেৱ বৈসে স্বৰ্গতলে।
মোৰ মন্দ দেৱতা নাচিন্তে কোনো কালে॥
তাসম্বাৰ কাৰ্য্য আমি সাধো ৰাতিদিনে।
সংহাৰিলো দৈত্যক সকলে জনে জনে॥ ৮৪৬
নিসঙ্কহৃদয় দেৱ বৈসে স্বৰ্গ মাঝ।
কৈসান দেৱতা নাকৰিব হেন কাজ॥
নিষ্পাপ সৰিৰ মহাসয় দেৱলোক।
তপে জপে ভক্তিএ সন্তোস কৰে মোক॥ ৮৪৭
আমাৰ লগতে তাৰ পৰম পিৰিতি।
হেন কি দেৱতা মোৰ হৰিবেক নাতি॥
ছাৱালেৰ কথা কেনে কহ সেনাপতি।
এ সব কপটেত দেঁৱেৰ নাহি মতি॥ ৮৪৮
বেশ্যায়ে হৰিয়া অনিৰুদ্ধ গৈল লয়া।
জক্ষ ৰক্ষ নাগকন্যা ৰূপস দেখিয়া॥
অশ্বিনিকুমাৰ ৰূপে কামেৰ নন্দন।
কলাত কুসল নিৰ কামিনিচন্দন॥ ৮৪৯
পুৰুবে সোপন দেখে কামেৰ কুমৰ।
কন্যা এক দেখি চাইলা কৰিতে দেসান্তৰ॥

উলটায়া প্রবোধি আনিলো পন্থ হৈতে।
কৰিলো প্রবন্ধ নাপাৰিলোহো ৰাখিতে॥ ৮৫০
সেহি কার্য্যে গৈল কিবা কামেৰ কুমৰ।
কিমতে বাহিৰ ভৈল অগ্রতে আমাৰ॥
সে কন্যা উদ্দেসেজে আপুনি চলি গৈল।
নোহে কোনো তিৰিএ আসিয়া লআ গৈল॥ ৮৫১
হৰিৰ বচন তবে স্থনিয়া অক্রুৰ।
হাতজোড়ে বোলে কিছো বচন মধুৰ॥
জতেক বুলিলা প্রভু স্বৰূপ সকল।
তোমাৰ নাতিক নাহৰিব আখণ্ডল॥ ৮৫২
তাৰ কার্য্য সাধিতে তোমাৰ অৱতাৰ।
মনুষ্য হইয়া আহিলা দৈত্য মাৰিবাৰ॥
সর্ব্বনাস হইতে আপুন নাডৰায়।
সর্পেৰ মাথাৰ মনি কে হাত বেড়ায়॥ ৮৫৩
কুপিত সিংহক কেবা ধৰিব নাঙ্গুলে।
পৰম পণ্ডিত স্থৰপতি নোহে মুঢ়ে॥
জতেক কহিলা কথা সত্যে যদুপতি।
অনিৰুদ্ধ দেখিয়া টলিল কাৰ মতি॥ ৮৫৪
কেমন বা বিদ্যাধৰি কামেৰ সহায়।
হৰিয়া লৈ গৈল হেন জানো অভিপ্রায়॥
অক্রুৰেৰ বচন শুনিয়া নাৰায়ন।
বসিয়া ৰহিল হেঠ কৰিয়া বদন॥ ৮৫৫

বৈসম্পায়নে বোলে কথা সুনা নৃপতি।
অনন্তৰে চৰগন গৈল ভিতাভিতি॥
এ সত সহস্ৰ চৰ কাৰ্য্যতে প্ৰধান।
ৰথে চড়ি দেশে দেশে কৰিলা পয়ান॥ ৮৫৬
সাগৰেৰ তিৰে গিৰি নদিৰজে কুলে।
লতাকুঞ্জ কানন ৱনে চাহিলা সকলে॥
আৰ বন উদ্যান জতেক সৰোবৰ।
বিচাৰ কৰিলা দিঘি মঠ নিৰন্তৰ॥ ৮৫৭
সাগৰেৰ তিৰে তিৰে গিয়া চাৰগনে।
সপ্তদ্বিপা বসুমতি চাহিলা জতনে॥
সপ্তদ্বিপা পৃথিবি ভ্ৰমিয়া দিব্য ৰথে।
একোথানে সতবাৰ বিচাৰিলা পন্থে॥ ৮৫৮
মনোজয় ৰথে ভ্ৰমি দিগদিগন্তৰ।
কুমৰ নাদেখি আইল দ্বাৰকানগৰ॥
আপুনাআপুন চৰ পোছে অন্যোঅন্যে।
অনিৰুদ্ধ দেখিলো নাকহে কোনোজনে॥ ৮৫৯
জথা সভা মধ্যে বসি আছে নাৰায়ন।
চাৰিভিতি বেড়ি আছে সৱ জদুগন॥
প্ৰনামি সকলে চৰ কহে বিদ্যমানে।
কহে পিতাম্বৰে নাৰায়ন পৰসনে॥ ৮৬০ ॥*॥

॥ সুআই ৰাগ ঃ লাছাড়ি দির্ঘছন্দ ॥

বিফল-মনো-ৰথ দূতৰ বচন

স্তুন সুন প্রভু যাদৱ ৰায়
নাদেখো তোমাৱ নাতি।
মেদনিমণ্ডল ভ্রমিলো সকল
চায়া আইলো দিন ৰাতি ॥ ৮৬১
তৰুলতাগন গিৰি দিৰি বন
চাহিলো দেস নিসেস।
নদি তিৰে তিৰে বৃক্ষৰ কোটৰে
কথায়ো নাহি উদ্দেস ॥ ৮৬২
উদ্যান কাননে চাহি উপবনে
সাগৰেৰ কুলে কুলে।
দিঘি সৰোবৰ অনেক নগৰ
চাহিয়া আইলো সকলে ॥ ৮৬৩
পৃথিবি ভিতৰ মদনকুমৰ
কথায়ো নাদেখি আইলো।
একে থানে জায়া সতবাৰ চায়া
তথাপি লাগ নাপাইলো ॥ ৮৬৪
কথা কেৱে তাৰ নাকহে উদ্দেস
লআ গৈলা কোন জনে।
কোন বিদ্যাধৰি নিলা মায়া কৰি
মোহিত মদনবানে ॥ ৮৬৫

তুমি নাৰায়ন জগতকাৰণ
আপুনে সকলে জান।
হেন নাই আৰ লাগ পাই তাৰ
জাৱতে আপুনে নান॥ ৮৬৬
চৰেৰ বচন স্নুনি নাৰায়ন
আপুন· হৃদয়ে গুনে।
দৈৱকিনন্দন কৰিয়া বন্দন
গিত পিতাম্বৰে ভনে॥ ৮৬৭ ॥*॥

॥ **পদ** ॥ বৈসম্পায়নে বোলে কথা স্নুনা নৰেশ্বৰ।
নাৰদৰ মুখত বাৰ্ত্তা
চৰেৰ বচন শুনি দেৱ দামোদৰ॥
মনত আস্নুখে তেবে উঠিলা সত্বৰ।
গৈলা সবে জাদৱ আপুন ঘৰাঘৰ॥ ৮৬৮
কৰিলা সয়ন তৃভুবনঅধিপতি।
কতি গৈলা অনিৰুদ্ধ চিন্তে দিনে ৰাতি॥
গুনিতে গুনিতে নিসি ভৈলা অৱসেস।
সচিপতি দিশে তেবে উদিত দিনেস॥ ৮৬৯
স্নান কৰি সভাকে আসিলা নাৰায়ন।
দিণ্ডিম সবদ স্নুনি আইলা জদুগন॥
কনক আসনে সে বসিলা জদুনাথ।
বসিলা জাদৱগন মন আসোৱাস্থ॥ ৮৭০

নীসন্ধে থাকিলা নাৰায়নে মনে গুনি।
হেন কালে আসিলা নাৰদ মহামুনি॥
ব্ৰহ্মময় মুনিৰাজ আসিলা সভা মাঝ।
দেখিয়া উঠিলা নাৰায়ন জদুৰাজ॥ ৮৭১
আগ বাড়ি আনিলন্ত সবে জদুকুলে।
পূজা কৈলা নাৰদকে বিবিধ বিধানে॥
মধ্যতে বসিলা এক স্থবৰ্ন আসনে।
কৃষ্ণসাৰচৰ্ম্মে তাকে কৈলা আৰোহনে॥ ৮৭২
আসিৰ্ব্বাদ দিয়া মুনি বসিলা আসনে।
দেখিলা চিন্তিত সে জাদৱ জনে জনে॥
হৰি আদি কৰিআ কাহাৰো নাহি স্থখ।
নিৰন্তৰে জাদৱৰ দেখে মনে দুখ॥ ৮৭৩
ইঙ্গিতে জানিয়া মুনি মনে মনে হাসে।
সকল দানৱে জাইবে জমেৰ নিবাসে॥
বানাস্থৰ নষ্ট হুইব দেৱেৰ উদ্ধাৰ।
জে কাৰ্য্যে সদায় চিন্তি হৈব সিদ্ধি তাৰ॥ ৮৭৪
এহি জানি মুনি কিছো ভৈল স্মিতমুখ।
বোলে নাৰায়ন কেনে কৰা মনদুখ॥
জত চৰাচৰ প্ৰভু স্ৰজন তোমাৰ।
সকল ব্ৰহ্মাণ্ডেৰ তুমিসে অধিকাৰ॥ ৮৭৫
তোমাৰ কি চিন্তা মানসে সৰ্ব্বসিদ্ধি।
তুমি নাৰায়ন প্ৰভু মহেশ্বৰ বিধি॥

জতেক জাদৱগনে কৰে মনসোক।
জদি দায়া থাকে প্রভু ঝাণ্টে কহ মোক॥ ৮৭৬
হৰি বোল কথা কহো স্থনা মহামুনি।
জে কার্য্যে সবাৰে দুখ আমি থাকো গুনি॥
কামেৰ কুমৰ অনিৰুদ্ধ নামে নাতি।
মায়াবলে হৰিয়া লৈ' গৈলা কেবা কতি॥ ৮৭৭
সকল ৰক্ষক ভৈলো নিন্দে অচেতন।
কে নিল কুমৰ নাদেখিলো একোজন॥
দিসাদিস চাহিয়া বেড়ায় চাৰগন।
কথা আছে নাদেখিল কামেৰ নন্দন॥ ৮৭৮
হৰিৰ বচন স্থনি মুনি ব্রহ্মচাৰি।
কথা কহি স্থনা তৃভুবনঅধিকাৰি॥
সবাৰে সৰিৰে প্রভু থাকিহ সদায়।
তেবে কেনে আপন নাচিন জদুৰায়॥ ৮৭৯
তুমিজে নাজানা হেন বস্তু আছে কথা।
জানিয়া স্থনিয়া পোছা বড়ে লাগৈ বেথা॥
তুমিসে জিৱন ৰূপে সবাৰে সৰিৰে।
হেন কথা কহ কেন লোক ভাণ্ডিবাৰে॥ ৮৮০
অনাদি ব্রহ্মজে তুমি জগতনিবাসি।
স্থনিয়া তোমাৰ কথা মোৰ উঠে হাসি॥
কিসেৰ তোমাৰ ৰূপ নিগমে বখানে।
সৰিৰ ধৰিলা দুষ্টনাশন কাৰণে॥ ৮৮১

সৰিল ধৰিআ পাসৰিলা আপুনাক।
কথা আছে অনিৰুদ্ধ পোছহ কাহাক॥
এহিমতে সংসাৰ ভাগুহ নাৰায়ণ।
তোমাৰ মায়াতে থিৰ হেৰ কোনজন॥ ৮৮২
তোমাৰ কপট কথা থাকোক এখন।
সুনা অনিৰুদ্ধকে হৰিল জেবাজন॥
সুনিতনগৰে বান নামে দৈত্যপতি।
বলিৰ তনয় ৰাজা পৰচণ্ড আতি॥ ৮৮৩
উসা নামে কন্যা তাৰ ভুবনমোহনি।
কুমাৰকে সোপনে সে দেখিলা ৰজনি॥
বিৰহে আকুল হৈল কুমৰকে দেখি।
চিত্ৰৰেখা অপেস্বৰি হয় তাৰ সখি॥ ৮৮৪
অনিৰুদ্ধ হৰিতে আসিল চিত্ৰলেখা।
মায়ায়ে লৈ গৈল উসা সঙ্গে কৈল দেখা॥
গন্ধৰ্ব্ববিবাহ উসা কৈলা পৰিণয়।
দুইহান মিলিল জেন আনন্দ উদয়॥ ৮৮৫
অনুচৰে বানকে কহিলা হেন কথা।
কুমৰ মাৰিতে সৈন্য পঠাই দিলা তথা॥
তাসম্বাৰ সঙ্গে অনিৰুদ্ধে কৈলা ৰন।
জত সেনা আইলা সংহৰিলা জনে জন॥ ৮৮৬
সুনিয়া কুপিলা বান প্ৰচণ্ড অসুৰ।
প্ৰমথগনকে তেবে পঠাইলা প্ৰচুৰ॥

সে গন সহিতে পাছে জুঝিলা কুমৰ।
অনেক মাৰিল জুদ্ধ কৰি ভয়ঙ্কৰ॥ ৮৮৭
বানাসুৰ আসিলা আপুনে অৱসেসে।
আছিলো চাহিয়া জুদ্ধ তেখনে আকাসে॥
বৃত্র বাসৱৰ জেন ভৈলা ঘোৰ ৰন।
মাৰিলা কুমৰে অসংখ্যাত সেনাগন॥ ৮৮৮
ন্যায় জুদ্ধে নাপাৰিয় বানে হেন জানি।
কৰিয়া তামসি মায়া লুকাইলা তেখনি॥
মায়া কৰি দৈত্যপতি লুকাইলা আকাসে।
বন্দি কৈলা কুমৰ ব্রহ্মাৰ নাগপ্যাসে॥ ৮৮৯
পৃথিবিতে পড়িলা কুমৰ বন্দি হৈয়া।
কাটিবাক উতুজোগ কৰে খৰ্গ লৈয়া॥
মন্ত্রি মধ্যে কুভাণ্ড সে দৈত্যৰ প্রধান।
তাৰ বোলে কুমৰেৰ ৰক্ষা গৈলা প্রান॥ ৮৯০
নাকৰ বিলম্ব নাৰায়নং জদুনাথ।
সৰ্পে বড় কুমৰকে কৰে উতপাত॥

কৃষ্ণ, বলৰাম, প্রদ্যুম্নৰ শোণিত-যাত্রা

স্নিয়া নাতিৰ কথা দেৱ জদুমনি।
ঘৃত পায়া ক্রোধে জেন জলিল অগনি॥ ৮৯১
আজি দৈত্য মোৰ হাতে পড়িব নিসেস।
জাত্রা কৰি তেখনে লড়িলা হৃষিকেস॥
আগ বাড়ি বোলে মুনি বচন মধুৰ।
সোনিতনগৰ প্রভু আতি বহু দুৰ॥ ৮৯২

এথাঁ হন্তে একাদস সহস্র জোজন।
বিলম্বে কামেৰ পুত্র তেজিবে জিৱন ॥
গৰুড় আনিয়া তাতে আৰোহন কৰি।
আপুনি ইচ্ছায় জাহ স্থনিতনগৰি ॥ ৮৯৩
নাৰদৰ বচন স্থনিয়া জদুপতি।
মনে লৈল খগেশ্বৰ আইল সিঘ্রগতি ॥
সাগৰেৰ তিৰে আছে বিনতাতনয়।
হৰিএ চিন্তিলা তাৰ লড়িলা হৃদয় ॥ ৮৯৪
ধ্যানপৰ হৈল তেবে পক্ষিৰ ঈশ্বৰ।
জানিল আমাকে হাঙ্কাৰিলা দামোদৰ ॥
গগনে চলিলা পক্ষি কৰিয়া উড়াৱ।
ছেড়াইলা সাগৰজল দিয়া পাখাবাৱ ॥ ৮৯৫
সপ্তদ্বিপ বস্থমতি টলবল কৰে।
উড়াইলা অনেক তৰু গগন উপৰে ॥
লড়ে মহিধৰ জত মেৰু আদি কৰি।
ফনিমনি টলবল কম্পে নাগপুৰি ॥ ৮৯৬
এ দেৱ দানৱ জক্ষ পলায় তৰাসে।
ভাঙ্গিলা পৰ্ব্বত কত পাখাৰ বাতাসে ॥
গগনে পৃথিবিধুলা ভৈলা একাকাৰ।
আবৰিল দিনপতি ভৈল অন্ধকাৰ ॥ ৮৯৭
গৰুড় আসিলা জথা আছে নাৰায়ন।
পাখাজোড়ে প্রনামিলা হৰিৰ চৰন ॥

নমো নাৰায়ন প্ৰভু তৃভুবনপতি।
সৰ্ব্বক্ষনে তোমাৰ চৰণে মোৰ মতি॥ ৮৯৮
আজি কি কাৰণে প্ৰভু কোপমন দেখি।
কাৰবা টলিল আউ হেন মনে লখি॥
জাক কোপ মনেসে চাহিলা ঋষিকেস।
আৰ কি ৰহিব তাঁৰ তনু অৱসেষ॥ ৮৯৯
তুমি সুপ্ৰসনে সুখ সাখিব সঙ্গতি।
তোমাকে কৰিলা কোপ কোন মূঢ়মতি॥
ঝাণ্টে আজ্ঞা কৰা প্ৰভু সাধো কোন কাজ।
মঞি তোমাৰ সেৱক গোবিন্দ যদুৰাজ॥ ৯০০
যে তোমাক চিন্তা দিলা সুন যদুনাথ।
উড়াঞ তাহা দেহ দিয়া পাখাছাট॥
চঞ্চুৰ প্ৰহাৰে তাৰ মাৰো সেনাগন।
বোলা প্ৰভু জে তোমাৰ নাসুনে বচন॥ ৯০১
তোমাৰ গদাৰ বেগ কোনে নাজানিয়া।
চক্ৰ আগে কোনজন পড়িব আসিয়া॥
ধনুচক্ৰশঙ্খধৰ তুমি ভগৱান।
নাঙ্গলি মুসলি গদা দৈৱকিসন্তান॥ ৯০২
চতুৰ্ভুজ চতুৰ্ম্মূৰ্ত্তি চাৰিঅস্ত্ৰধাৰি।
গোবৰ্দ্ধনধৰ নিমথনিকংসবৈৰী॥
চানুৰমথন মল্ল পুৰুষ মহান।
ব্ৰহ্মন্য সৰন্য তুমি ভুবনপ্ৰধান॥ ৯০৩

প্ৰলম্বসাসন তুমি কেসিসংহাৰন।
ৰাম ৰূপ ধৰিআ বধিলা দসানন॥
বালিপ্ৰাননাসন সুগ্ৰীৱৰাজ্যদাতা।
তুমি হৰ তুমি হৰি তুমিসে বিধতা॥ ৯০৪
এ বায়ু বৰুণ যম তুমি বসুমতি।
তুমি চন্দ্ৰ সূৰ্য্য কাল ক্ষেন দিৱা ৰাতি॥
দণ্ড পল অঘাতি তুমিসে পক্ষ মাস।
বৎসৰ প্ৰলয় কল্প জগতনিবাস॥ ৯০৫
তুমি দেৱ দেৱাঙ্গ পুৰুষ সনাতন।
স্ৰজন পালন তুমি স্বষ্টিসংহৰন॥
পক্ষি হুয়া মঞি কি কৰিতে পাৰো তুতি।
হৱ পৰসন নাৰায়ন যদুপতি॥ ৯০৬
লক্ষ লক্ষবাৰ পক্ষি কৰিলা প্ৰনাম।
প্ৰসিদ্ধ অনন্ত নাৰায়ন গুনধাম॥
পক্ষিৰ শুনিয়া তুতি তুষ্ট চক্ৰপানি।
নাৰায়নে বোলে পক্ষি সুন মজু বানি॥ ৯০৭
বলিৰ তনয় বানাসুৰ দৈত্যপতি।
তাহাৰ তনয়া উসা মহাৰূপৱতি॥
অনিৰুদ্ধ গৈলা সে কন্যাৰ অভিলাসে।
বানাসুৰে সংগ্ৰামে বান্ধিলা নাগপাসে॥ ৯০৮
কুমৰ ৰাখিতে পুৰ্ব্বে আনিলো তোমাক।
তোমাক আনিলো মুআৰিলা ৰাখিবাক॥

অসুৰৰ মায়াতে নাহৈলো আমি থিৰ।
নাহিক তোমাৰ দোস সুনখসৰিৰ॥ ৯০৯
সেবেলাৰ কথা জেনতেন ভৈলা কাজ।
নাগপাসে কুমৰ বান্ধিলা দৈত্যৰাজ॥
জেমতে উদ্ধাৰ হয় সুন তাৰ কথা।
জদি তুমি আমাকে সত্বৰে নেহ তথা॥ ৯১০
বহুদুৰ পথসে কহিলা হেৰ মুনি।
একাদশ সহস্ৰ জোজন হেন সুনি॥
সত্বৰে জাইবাক চাহো সুনিতনগৰি।
ভুজঙ্গেৰ বেথায় কুমৰ জাই মৰি॥ ৯১১
তুমি পক্ষিৰাজ বেগে নুহিকে সমান।
তুমি বিনে সে পথে জাইতে নাৰে আন॥
তুমি আজি সহায় হুইলে খগপতি।
বানাসুৰ জিনিআ উদ্ধাৰ কৰো নাতি॥ ৯১২
পক্ষিৰাজ বোলে সুন. তৃভুবনপতি।
মোৰ পৃষ্ঠে আৰোহন কৰ সিঘ্ৰগতি॥
এক দণ্ডে প্ৰবেসিয়া সুনিত নগৰি।
মাৰ গিয়া বানাসুৰ গোবিন্দ দৈত্যাৰি॥ ৯১৩
দিব্য ৰূপে গৰুড়ে চড়িলা নাৰায়ন।
প্ৰফুল্লকমলদলসদৃশ লোচন॥
শ্যামল সুন্দৰ জলধৰৰুচিকেস।
শ্ৰীবৎসঅঙ্কিত বক্ষস্থলন সুবেষ॥ ৯১৪

মকৰকুণ্ডল দুই দোলে গণ্ডস্থলে।
শ্যামল সুন্দৰ কৃষ্ণ সেৱকবৎসল॥
সঙ্খ চক্র গদা পদ্ম দক্ষিন হাতত।
সাৰঙ্গ ধনু ধৰি আৰোহিলা গৰুড়ত॥ ৯১৫
স্যাম অঙ্গে পিত বাস সোভিত বিসেস।
নৱ জলধৰ ৰূপ সৰিৰ প্রকাষে॥
সহস্র আদিত্য যেন তাহাৰ সৰিৰে।
হেন পক্ষিৰাজতে চড়িলা জদুবিৰে॥ ৯১৬
বিৰ হলধৰজে চড়িলা বামপাসে।
কৈলাস পর্ব্বত জেন সৰিৰ প্রকাসে॥
হাতত নাঙ্গল সুৰপুৰি কাম্পে দেখি।
সদাএসে মধুমত্ত ৰক্ত দুই আখি॥ ৯১৭
তনু কম্পমান কোপে গর্জ্জে বাৰম্বাৰ।
লড়িলা দৈত্যক সর্ব্বনাস কৰিবাৰ॥
চলিলা মদন তেবে বাপেকৰ দক্ষিনে।
পৃষ্ঠতে তুলিলা ধনু হাতে সৰাসনে॥ ৯১৮
তিনিজনা লৈয়া পক্ষি চলিলা গগনে।
কিন্নৰ গন্ধর্ব্ব স্তুতি কৰে দেৱগণে॥
চলিল ব্যাগম পক্ষি গগনেৰ পথে।
টলবল কৰে মেৰু জাৰ পাখাবাতে॥ ৯১৯
বলভদ্র মদন গৰুড় ঋষিকেস।
সোন্নিতনগৰ সমিপতে পৰবেস॥

কৃষ্ণ আদিৰ অগ্নিগড়-লঙ্ঘন

অগনিৰ গড় তাতে আছে কতো দূৰে।
তাৰ জ্যোতি প্ৰবেসিলা তিনিৰো সৰিৰে॥ ৯২০
আপুনাৰ ৰূপ সবাহাৰে দূৰ ভৈল।
অগনিসমান সবে গৌৰবৰ্ণ ভৈল॥
বলভদ্ৰ দেখিয়া বিস্ময় ভৈল আতি।
পুৰুষেৰ ৰূপ সবাহাঁৰে গৈলা কতি॥ ৯২১
বড় অদভুত দেখি নাহি কোনোকালে।
সবাহাৰে সৰিৰ স্নুবৰ্ণময় জলে॥
বলভদ্ৰে বোলে স্নুন মন কৰি হৰি।
পুৰুষেৰ ৰূপ কোনে কৈলা চুৰি॥ ৯২২
প্ৰথম সমৰে আসি ভৈলো বিবৰণ।
কহ কেন মতে জুদ্ধ কৰে নাৰায়ন॥
হলধৰবচন স্নুনিয়া জদুমনি।
হাসি হাসি নাৰায়নে বোলে মধুবানি॥ ৯২৩
বোলো মহাবিৰ মনে নাকৰিহ বেথা।
দ্বাৰকাতে আছি পূৰ্ব্বে স্নুনি হেন কথা॥
বানাস্নুৰ ৰাজাৰেসে নগৰি বেড়িয়া।
অগনিৰ গড় সত জোজন জুড়িআ॥ ৯২৪
প্ৰচণ্ড আনলে লঙ্ঘিতে নাপাৰে।
অগনিৰ গৰ্ব্বে ৰানাস্নুৰ দৰ্প কৰে॥
সেই আগনিৰ ছাটি লাগিল আসিয়া।
আনলে সবাৰে ৰূপ লৈ গল হৰিআ॥ ৯২৫

নাৰায়নে বোলে সুনা বিৰ খগেশ্বৰ।
তুমিসে গুচাইতে পাৰা অগনি বৰ্ব্বৰ॥
অগনিৰ গড় সেজে লঙ্ঘিবে কিমতে।
নিবাঞ্ঝ অগনি বিৰ সকল তুৰিতে॥ ৯২৬
উঠিল গৰুড় সুনি হৰিৰ বচন।
বোলে ৰে অগনি তোৰ ভয় নাহি কেন॥
আপুনে আসিলা তৃভুবনপতি হৰি।
গোসাইৰ দেহৰ ৰূপ কেনে কৈলি চুৰি॥ ৯২৭
ঈশ্বৰ নাচিন কেনে অগনি বৰ্ব্বৰ।
মৰিবাক তোৰ কি মনত নাহি ডৰ॥
আপুনি চিনিআ ঝাণ্টে যাহ আন ঠাই।
গৰ্ব্ব এৰ পথ ছাড় নগৰকে জাই॥ ৯২৮
নিবাৰিবো সব আজি বোল নাসুনিলে।
শ্ৰীহৰি কুপিলে আজি দিবো তাৰ ফলে॥
আমি তোক নিবাৰিতে কে ৰাখিতে পাৰে।
নাৰায়ন্ কোপ কৈলে বধিবে পৰানে॥ ৯২৯
হৰিকে বিৰূপ কৰ হেন কি সাহাস।
আজি জেবে তোহোৰ নাহৈব সৰ্ব্বনাস॥
ছাড়িআ সুনিতপুৰি চলা যথা বন।
গোবিন্দ বধিবে বানাসুৰেৰ পৰান॥ ৯৩০
অগনি বোলয় সুন সুন খগেশ্বৰ।
নাজান ত্ৰৈলোক্যঅধিপতি দেৱ হৰ॥

তাহাৰ আজ্ঞাত থাকি সুনিতনগৰি।
তোহোৰ পৰানে মোক কি কৰিতে পাৰি ॥ ৯৩১
অগনিৰ বচন সুনিয়া পক্ষিৰাজ।
উড়াৱ কৰিআ গেলা গগনেৰ মাঝ ॥
আকাশতে বহে সুৰশ্বৰি মন্দাকিনি।
হইয়া সহস্ৰমুখ পিৱৈ তাৰ পানি ॥ ৯৩২
অৰ্দ্ধেক গঙ্গাৰ জল পেলাইল গিলিয়া।
আইল পক্ষিৰাজ কোপে কম্পমান হয়া ॥
সহস্ৰেক মেঘে জল গৰ্জ্জে একেবাৰে।
লড়িলা সুনিতপুৰি থিৰ নোহে ডৰে ॥ ৯৩৩
কিসেৰ সবদ সুনি চাহে ঘনে ঘন।
উলটে পৃথিৱী হেন সঙ্কা কৈল মনে ॥
গৰ্জ্জিতে গৰ্জ্জিতে তেবে আইসে খগপতি।
কোপে বোলে সুন ৰে অগনি মূঢ়মতি ॥ ৯৩৪
হেৰ দেখ নিবাৰোহো ৰাখৈ কোনজনে।
সহস্ৰ ধাৰাৰ জল বৰিসে তেখনে ॥
তেখনে নিমাইলা সৱে গড়েৰ অগনি।
কৌতুক সবদ পক্ষি কৰে তেতিখনি ॥ ৯৩৫

বাণাসুৰে দূতৰ মুখে বাৰ্ত্তা লয়

গৰুড়েৰ সবদ সুনিয়া দৈত্যপতি।
বোলয়ে সত্বৰে চৰ চল ভিতাভিতি ॥
বিৰেৰ সবদ হেন সুনি অনুমানে।
ঝাণ্টে বাৰ্ত্তা লৈয়ো দেসে আইল কোনজনে ॥ ৯৩৬

ধ্বায়া আইল দুতগন নগৰ বাহিৰে।
দেখিলা জাদৱ তিনি পক্ষিৰ উপৰে॥
অস্ত্র-শস্ত্র সহিতে দেখিলা তিনি বীৰ।
গৈলা দুতগন ভয়ে কম্পায়া সৰিৰ॥ ৯৩৭
দূত বোলে মন দিয়া শুনাহা গোসাই।
তিনি বীৰ আইল ত্রিভুবনে সম নাই॥
জন্মে নাহি দেখি এক আইল পক্ষী বড়।
বিপৰীত দেখি তাক মেৰু মহীধৰ॥ ৯৩৮
তাহাৰ পিঠিত চড়ি আইল তিনি বীৰ।
শ্যামল সুন্দৰ একজনৰ শৰীৰ॥
অষ্ট ভুজ সোভে তাৰ আউধ সহিতে।
তাৰ সম বিৰ ৰাজা নাপাৰি কহিতে॥ ৯৩৯
আৰ বিৰ আইল জেন কৈলাস পৰ্ব্বত।
নাঙ্গল মুষল বান ধৰিয়া হাতত॥
ৰাতুল লোচন দুই ভয় লাগে দেখি।
জগত জিনিতে পাৰে হেন মনে লখি॥ ৯৪০
আৰজনাৰ ৰূপ জেন কেসৰিকুমৰ।
পৃষ্ঠতে তুলিয়া লৈলা টোনে ভৰি সৰ॥
সঙ্কা ছাড়ি কহি প্রভু হেন লয় মনে।
তৃভুবন জিনিবাক পাৰে একো জনে॥ ৯৪১
আছোক তাহাৰ মহিমা দৈত্যপতি।
পক্ষিৰ মহিমা দেখিতে চণ্ডগতি॥

পাখাৰ বাতাসে উড়াইবাক চাৰে পুৰি।
তাহাৰ গৰ্জ্জনে লড়ে সুনিতনগৰি॥ ৯৪২
অগনিৰ গড় জত পক্ষিএ নিমাইল।
গড়ৰ ৰক্ষকগনে এ কথা কহিল॥
জে কাৰ্য্য কৰিবা প্ৰভু চিন্তহ সত্বৰে।
জাৱতে প্ৰৱেস নতো হয়তো নগৰে॥ ৯৪৩
দুতেৰ বচন ৰাজা সুনিয়া সম্প্ৰতি।
মনে বোলে ৰাজা জুদ্ধ মিলিলেক আতি॥
নাতিৰ সুনিয়া কথা আইলা নাৰায়ণ।
বলভদ্ৰ আসিলন্ত আৰৱ মদন॥ ৯৪৪
গৰুড়ে চড়িয়া আইল যুঝিবাক মন।
অঙ্গিৰাকে ৰাজা আজ্ঞা কৰিলা তেখন॥
চলহ অঙ্গিৰা তিনি কৌটি সেনা লৈয়া।
সঙ্কৰে দিবাৰ গন সকলে সাজিয়া॥ ৯৪৫

কৃষ্ণ-বল-কামৰ লগত অঙ্গিৰাৰ যুদ্ধ

ৰাজাৰ আদেস সুনি অঙ্গিৰা তেখনে।
দিণ্ডিমসবদ কৈল আসিল সেনাগণ॥
কল্মাষ কুসুম ভ্ৰাজ পিঠৰ দহন।
অগাধ পতঙ্গ স্বৰ্ণ তপন শোষন॥ ৯৪৬
এহিমতে দ্বাদস অগনি সাজ ভৈল।
হৰেৰ কিঙ্কৰগন সবে লাগ লৈল॥
সাজিলা অঙ্গিৰা গড় দেখি লাগে ডৰ।
চড়িলা অঙ্গিৰা সেই ৰথেৰ উপৰ॥ ৯৪৭

ধনু বান হাতে মুসল পাত লৈয়া।
চড়িলা অঙ্গিৰা ৰথে হৰক স্মৰিয়া॥
জাত্ৰাৰ সময় তাৰ মিলিল বিঘিনি।
আপুনাৰ ছায়া বিৰে নেদেখে আপুনি॥ ৯৪৮
মুকুট উপৰে তাৰ ভ্ৰময় গিধিনি।
বিমুখে উলটে ৰথ সমুখে পবনে॥
পড়িল ভাগিয়া সে ৰথেৰ ইসাদণ্ড।
আকাৰনে বৰিসে মেঘ আতি পৰচণ্ড॥ ৯৪৯
বাম আখি বাম ভুজ ফন্দে সৰ্ব্বক্ষনে।
গৰ্ব্বিষ্ঠ অঙ্গিৰা কিছো মনত নাগুনে॥
সঙ্কৰ সদাএ থাকৈ আমাৰ নগৰে।
মিছা বিমঙ্গলে মোকে কি কৰিতে পাৰে॥ ৯৫০
হৌক দেৱ দানৱ গন্ধৰ্ব্ব নাগ নৰ।
সংগ্ৰাম কৰিয়া পেসো জমেৰ নগৰ॥
অনন্তৰে অঙ্গিৰা ৰনত পৰবেস।
গৰুড় সহিতে জথা দেৱ ঋষিকেস॥ ৯৫১
সত সংখ্যা কটকে বেড়িলা তেতিখনে।
মাৰ মাৰ কোলাহল উঠিল তেখনে॥
সেনাৰ সবদ স্তুনি কোপে খগপতি।
পাখাৰ পৱন কৈল খৰতৰ আতি॥ ৯৫২
গৈল দসো দিসে সেনা পাখাৰ বতাসে।
নাসাৰ সমিৰে সেনা জায় আৰ আসে॥

ৰথ সমে অঙ্গিৰা যোজন দস গৈল।
নাসাৰ পৱনে আৰবাৰ আসি ভৈল॥ ৯৫৩
একবাৰ আসে আৰোবাৰ জায় তথা।
পাখাৰ বতাসে কৈলা দসমি অৱস্থা॥
গৰুড়েৰ বিক্রম দেখিয়া সেনাগন।
দিসে দিসে পলায়া ৰহিলা ভয়মন॥ ৯৫৪
জাহাৰ বাৱতে লক্ষ বাতো নুহি থিৰ।
সেজনাৰ সহিতে জুঝিবে কোন বিৰ॥
দেখিলা অঙ্গিৰা তেবে আপুন নয়নে।
বিপৰিত কোপ কৈলা ৰকত লোচনে॥ ৯৫৫
গৰ্জ্জিয়া হাততে বিৰ ধৰিয়া কোদণ্ড।
জুড়িল সিগতি সৰ জেন জমদণ্ড॥
অৰ্দ্ধচন্দ্ৰ নৰাচ হানিল ইসাদণ্ড।
ভেদিলা গড়ৰ পাইলা আতি অস্ত্ৰদণ্ড॥ ৯৫৬
জাহাৰ বাহুতে লক্ষ লক্ষ হস্তিবল।
পাঞ্চবানে তুৰিতে সে কৃষ্ণক ভেদিল॥
বলভদ্ৰ মদনক ভেদিলা সন্ধানে।
সবাহাঙ্ক অঙ্গিৰা ভেদিলা দসবানে॥ ৯৫৭
সিংহনাদ কৰিলা কৰিলা তাহাত অনন্তৰে।
সৰ্ব্বসেনা পুনৰ্ব্বাৰ আসিল সমৰে॥
সেনাগনে অঙ্গিৰাৰ বিক্রম দেখিয়া।
প্ৰথমে পলাইলা পাছে আইল বাহুড়িআ॥ ৯৫৮

কৌটি কোটি সেনাগন আউধ ধৰিয়া।
আইসে প্ৰথম সেনা মহা বেগে ধায়া॥
দানৱ ৰাক্ষস জক্ষ গন্ধৰ্ব্ব আপাৰ।
অস্ত্ৰ সস্ত্ৰ লৈয়া সেজে কৰিলা প্ৰহাৰ॥ ৯৫৯
চৌদিশে বেড়িয়া সেনা কৰে মাৰ মাৰ।
অস্ত্ৰ জাল বৰিসিআ কৈল অন্ধকাৰ॥
পৃথিৱি জুড়িআ সেনা আসে একাকাৰ।
জত গজ তুৰঙ্গ নাপাৰি কহিবাৰ॥ ৯৬০
দৈত্যেৰ অদ্ভুত আতি দেখিয়া সংগ্ৰাম।
জলিল প্ৰচণ্ড কোপে বিৰ হলিৰাম॥
গৰুড় ছাড়িয়া বিৰ নামিল একে ঝাম্পে।
ৰকত নয়ন তনু থিৰ নোহে কোপে॥ ৯৬১
গৰ্জ্জিয়া মুসল লৈয়া কৰিয়া উদণ্ড।
কালেৰ অন্তক জেন ৰুসিল প্ৰচণ্ড॥
লক্ষে লক্ষে মাৰে সেনা মুসলেৰ ঘাৱে।
ৰথ গজ সেনাগন ছন হয়া জাৱে॥ ৯৬২
আটাস সবদে কাৰো ঋদয় বিদাৰে।
সহস্ৰ সহস্ৰ সেনা আছাড়িয়া মাৰে॥
মোচৰিয়া ছিণ্ডে কাৰো উৰু সিৰ ভুজ।
প্ৰলয়কালেৰ জেন উদিত সুৰুজ॥ ৯৬৩
সাতে পাঞ্চে চাপিয়া ভুমিত ধৰি ঘসে।
কতো ৰথ গজ সেনা পলায় তৰাসে॥

ভুমিত পড়িআ তাৰাসব হয় চুৰ।
একাদস কোটি সেনা গৈল জমপুৰ॥ ৯৬৪
সতেক সহস্ৰ ৰথ গজ তিনি কোটি।
হলধৰে সবাকে বধিলা গোটে গোটে॥
শঙ্কৰৰ গণ আৰু অঙ্গিৰাৰে শ্ৰীকৃষ্ণৰ যুদ্ধ
সংগ্ৰামেৰ মাঝে নদি বহে সোনিতৰ।
যুঝিতে আসিলা তেবে গন সঙ্কৰেৰ॥ ৯৬৫
অঞ্জনগঞ্জন তনু দেখিতে তৰাস॥
কেহো গদা চক্ৰ বান ধনু নাগপাস॥
নৱগুন কাটিল সে সকতি তোমৰ।
আসিলা কিঙ্কৰগন সংগ্ৰাম ভিতৰ॥ ৯৬৬
চাৰি ভিতি বেড়ি বোলে স্থন হলাউধ।
আমাৰ সহিতে বিৰ ঝাণ্টে কৰ যুদ্ধ॥
নাৰায়নে বোলে দদা স্থন হলধৰ।
গৰুৰ উপৰে বিৰ চড়হ সত্বৰ॥ ৯৬৭
পৰিশ্ৰম পাইলা ভাই সংগ্ৰাম কৰিআ।
মঞি যুদ্ধ কৰো আৰে তাৰ আগ হয়॥
এহি বুলি নাৰায়নে কৈলা সঙ্খধ্বনি।
কাম্পে নাগপুৰি গিৰি সকল ধৰনি॥ ৯৬৮
সাৰঙ্গ ধৰিয়া তেবে দেৱ সনাতন।
সমিৰন অস্ত্ৰক জুৰিলা তেতিখন॥
সঙ্কৰগনেৰ অস্ত্ৰ উড়াইল সকলে।
সমিৰনে গৈলা অস্ত্ৰ গগনমণ্ডলে॥ ৯৬৯

হানিলা মোহন বান দ্বাৰকাৰ পতি।
জত সেনা সয়ন কৰিলা বসুমতি॥
হেন দেখি অঙ্গিৰা হইল কোপমান।
ধৰিলা তৃসুল হৰি বধিতে জতন॥ ৯৭০
মাৰ মাৰ বুলি হৰি কৰিলা প্ৰহাৰ।
নৰাচ হানিয়া সুল কাটিলা তাহাৰ॥
সুল কাটি গোবিন্দে কৰিলা সঙ্খধ্বনি।
ধনু ধৰি বান এক লৈলা চক্ৰপানি॥ ৯৭১
নিশিত প্ৰচণ্ড অৰ্দ্ধচন্দ্ৰ সৰ লৈয়া।
কুণ্ডলে মণ্ডিত সিৰ ফেলায় কাটিয়া॥
জুঝিল কিঙ্কৰগন অস্ত্ৰশস্ত্ৰ ধৰি।
সবাকে বধিলা বান হানিয়া শ্ৰীহৰি॥ ৯৭২
জয় জয় সব্দ সেজে সৰ্ব্বলোকে ঘোসে।
পৃথিবী ঢাকিআ দেৱে কুসুম বৰিসে॥
আৰ সেনাগন সে পলাইল প্ৰাণ লৈয়া।
বানেৰ অগ্ৰতে কথা কহিলন্ত গিয়া॥ ৯৭৩
অঙ্গিৰা পড়িলা ৰনে কৰিআ সমৰ।
ৰথ গজ সেনাগন গৈল জমপুৰ॥
প্ৰমথ কিঙ্কৰগনো গৈল জমপুৰ।
সুনিয়া কুপিত ভৈলা ৰাজা বানাসুৰ॥ ৯৭৪
জৰাসুৰৰ জৰাসুৰকে তেবে আনিল ডাকিয়া।
ভয়ঙ্কৰ ৰূপ পক্ষি সহিতে তিনি ৰিৰ আনহ বান্ধিয়া॥

অনেক প্রসাদ দিয়া দিলেক বিদায়।
ঝাণ্টে চল বিলম্ব কৰিতে নাজুআই ॥ ৯৭৫
ৰাজাত বিদায় পায়া গৈলা জৰাসুৰ।
ৰথ-গজ-সেনাগন সাজিল প্রচুৰ ॥
আতি অদভুত সে দেখিতে লাগে ভয়।
ছয়খান হাতে বিৰ লৈলা ভস্মচয় ॥ ৯৭৬
তিনিগোটা সিৰ তাৰ এ নৱ লোচন।
বিপৰিত আখি জেন প্রচণ্ড দহন ॥
সহস্রেক মেঘ জেন গৰ্জ্জে একেবাৰে।
কোপে জৰাসুৰে বিপৰিত সব্দ কৰে ॥ ৯৭৭
নিস্বাস ছাড়ন্তে আছে হামি উঠি ঘনে।
পর্ব্বত মন্দৰ তনু দেখিয় জেহেনে ॥
নিদ্রায় আকুল চিত্ত দেখি লাগে ডৰ।
প্রলয়কালৰ জেন জম সমসৰ ॥ ৯৭৮
নানা মুৰ্ত্তি গড়িলা সবিৰৰ ৰোমাৱলি।
ভয়ঙ্কৰ ৰূপসে সংগ্রামে আইলা চলি ॥
কোলাহল সবদ মুস্থনি মাতবোল।
প্রচণ্ড বাতাসে জেন সাগৰ উল্লোল ॥ ৯৭৯
পৃথিবি আকাশে সেনা আইল একাকাৰে।
বলৰাম-জ্বৰাসুৰৰ যুদ্ধ
হলধৰ আগ ভৈলা জুঝিবাৰ তৰে ॥
লাঙ্গল ধৰিআ বিৰ গৰুড়ে নামিয়া।
খেদাইলা অনেক সেনা মহা বেগে ধায়া ॥ ৯৮০

ন্যাঙ্গল দেখিয়া সেনা ভয় পাইলা আতি।
সকলে পলায়া সেনা গৈলা ভিতাভিতি॥
উলটি নাচাহে সেনা ত্ৰাসে পলায়।
বোলে জুম্নু আসি হলধৰে লাগ পায়॥ ৯৮১
হেন জনা হেন অস্ত্ৰ হেন পৰাক্ৰম।
চাহিবে নাপাৰি এ সাক্ষাতে জেন জম॥
ইয়াৰ সহিতে কে যুঝিব আগ হয়া।
পলায় সকল সেনা এ বোল বুলিয়া॥ ৯৮২
জৰাসুৰে বোলে সেনা পলায় সকল।
ৰহ ৰহ বুলি ক্ৰোধে জলিলা আনল॥
ধায়া আইল জৰাসুৰ গৰ্জ্জিতে গৰ্জ্জিতে।
বজ্ৰসম ভসম ধৰিয়া ছয় হাতে॥ ৯৮৩
থাক থাক বুলিআ খেপিলা জৰ বিৰ।
মেঘৰ গম্ভিৰ ধ্বনি আগে হৈলা থিৰ॥
জৰ বোলে হলধৰ নাচিন আমাক।
মোৰ কথা কেহো নাহি কহে কি তোমাক॥ ৯৮৪
হেন জনা ভৈলা তোৰ মৰনৰ কাল।
মঞি জৰাসুৰক নাচিন মাতোআল॥
বজ্ৰসম ভসম সে হাততে দেখিয়া।
মৰিবাকে ডৰ নাই আগে আছ বৈআ॥ ৯৮৫
তোৰ জেন সাহস সংসাৰে নাহি দেখি।
মোৰ আগে আকাসে উড়াৱে নাহি পক্ষি॥

ভস্মৰ প্ৰহাৰে ভাঙ্গিবাক পাৰো গিৰি।
মনুষ্যকে কি কাৰ্য্য হস্তিকে কৰি চুৰি॥ ৯৮৬
এ বুলি খেপিলা জৰ পৰ্ব্বত সিখৰে।
ভাঙ্গিয়া পৰিলা শৃঙ্গ পৰ্ব্বত উপৰে॥
পৰ্ব্বত ভাঙ্গিয়া জৰা গৰ্জ্জিয়া বিসমে।
হলধৰ সৰিৰক ভেদিলং ভসমে॥ ৯৮৭
পুড়িল দাৰুন জেন বজ্ৰৰ প্ৰহাৰ।
দসো দিসে হলধৰে দেখে অন্ধকাৰ॥
খনে হাসি উঠে ভেল অনলনয়ন।
স্থিৰ নাহি সৰিৰ আকুল ভৈল মনে॥ ৯৮৮
খসিয়া পড়িলা তেবে হাতেৰ নাঙ্গল।
ভস্মৰ প্ৰহাৰে বিৰ হইল বিকল॥
মুসল এড়িআ তেবে বসিলা ভুমিত।
সয়ন কৰিআ থাকি হেন কৰে চিত॥ ৯৮৯
লোমাঞ্চ সৰিৰ আতি হইল সকল।
অবেকত বন্ধদৃষ্টি নয়ন জুগল॥
বলভদ্ৰে বোলে দেৱ সুন নাৰায়ণ।
ভস্মৰ প্ৰহাৰে মোৰ থিৰ নোহে মন॥ ৯৯০
সয়ন কৰিআ থাকি হেন কৰে মন।
বজ্ৰতো অধিক দেখি ভস্মৰ সন্ধান॥
বলভদ্ৰ বচন সুনিয়া চক্ৰপানি।
হাসিয়া ত্ৰৈলোক্যনাথে বোলে মধুবানি॥ ৯৯১

মাকৰিহ সঙ্কা বুলি পৰসিলা কৰে।
সুস্থ হুয়া হলধৰ বসিলা সত্বৰে॥
গোবিন্দে বোলন্ত জৰ. জুঝ মোৰ সনে।
শ্ৰীকৃষ্ণ-জ্বৰাসুৰৰ যুদ্ধ, জ্বৰাসুৰৰ পৰাজয়
হেন সুনি জৰাসুৰ হাসে কোপমনে॥ ৯৯২
বাম হাতে ভস্ম ধৰি কৰিলা প্ৰহাৰ।
হৃদয়তে পড়িলা মাথাতে বজ্ৰসাৰ॥
অৰুননয়ন কৈল তৃভুবনপতি।
জৰাসুৰে কৃষ্ণকে ধৰিলা সিঘ্ৰগতি॥ ৯৯৩
ছয় ভুজে মুকুটি মাৰিলা ললাটত।
পেলাইবাক চাহে ছলে ধৰণিতলত॥
জৰাসুৰে নাৰায়নে দুয়ো মহাক্ৰোধে।
হাতে হাতে ধৰিয়া লাগিল মালজুদ্ধে॥ ৯৯৪
দুই দণ্ড যুদ্ধ ভৈলা জৰে নাৰায়নে।
ভুমিত পড়িলা জৰা হাৰিলা তেখনে॥
গলাতে চৰণ দিআ মাৰিবাৰ আসে।
দেৱৰ বচন তেবে সুনিলা আকাসে॥ ৯৯৫
নামাৰা জৰাকে দেৱলোকে বোলে বানি।
কোন ছলে জমে সংহৰিব এত প্ৰানি॥
জৰ নাথাকিলে আৰ সংসাৰ কিমতে।
অজৰ অমৰ লোক হইব জগতে॥ ৯৯৬
আকাসি বচন তেবে সুনি নাৰায়নে।
জৰাৰ গলাৰ পাৱ গুচাইলা তেখনে॥

এড়িল মাত্রকে জৰা উঠিল সত্বৰে।
হৰিকে ভেদিলা আৰবাৰ জ্বৰ বিৰে॥ ৯৯৭
মোহে পাইলা শ্রীহৰি ত্রৈলোক্যঅধিপতি।
হামি ছাড়ে সঘনে নিস্বাস কাড়ে আতি॥
গৰুৰেৰ উপৰে স্থুতিলা নাৰায়ন।
দেখিয়া নাৰদ মুনি আসিলা তেখন॥ ৯৯৮
মুনি বোলে আপুন নাচিন জত্নমনি।
আপুনে স্রজিলা স্বর্গ পাতাল ধৰণি॥
সংসাৰ ভাঙ্গিতে কেনে কৰা হেন ৰিত।
উঠ প্রভু নাৰায়ন থিৰ কৰ চিত্ত॥ ৯৯৯
তোমাৰ বসন দেখি সর্ব্বলোকে ভয়।
উদ্ধাৰ দেৱতাগন দৈত্য কৰা ক্ষয়॥
মুনিৰ বচনে হৰি হাসে মনে মনে।
নাৰদ বিনায়ে তেবে কেহো নাহি জানে॥ ১০০০
উঠিয়া বসিলা দেৱ গৰুৰ উপৰে।
আপুনে স্রজিলা আৰবাৰ জৰ বিৰে॥
বিষ্ণুতেজ দিয়া তাক কৰিলা নির্ম্মান।
দুই জৰে সংগ্রাম বাজিলা সেই থান॥ ১০০১
আতি পৰচণ্ড বিষ্ণুজৰেৰ মহিমা।
কৈলাস পর্ব্বত জেন নাহিকে উপমা॥
আতি পৰচণ্ড নাদ তেজে বিপৰিত।
অসুৰ জৰক ধৰি পড়িলা ভূমিত॥ ১০০২

সৰ্পে জৰাসুৰকে বান্ধিলা পাৱে হাতে।
গোবিন্দেৰ আগে নিয়া জোগাইলা তৰিতে॥
জ্বৰাসুৰৰ বৰ-লাভ
জৰাসুৰে বোলে দেৱদেৱ নাৰায়ন।
ভক্তিৰ মুক্তিৰ পদ তুমি সনাতন॥ ১০০৩
জত চৰাচৰ প্ৰভু তোমাৰ স্ৰজন।
ব্ৰহ্মা ইন্দ্ৰ চন্দ্ৰ সূৰ্য্য জত দেৱগন॥
আকাস পৃথিবি জল জতেক ওসধি।
সংসাৰসংহাৰকাৰ্য্যে তুমি জত ব্যাধি॥ ১০০৪
ঠাকুৰ হইআ কেন নফৰকে মাৰ।
আপুনি স্ৰজিয়া কেনে আপুনি সংহাৰ॥
হৰেৰ আজ্ঞাত থাকি সুনিতনগৰি।
ঠাকুৰেৰ আজ্ঞা সেজে লজ্ঘিতে নাপাৰি॥ ১০০৫
হৰি হৰ ভিন বোলে কোন মূঢ় জনে।
তুষ্ট ভৈলা নাৰায়ন জৰেৰ বচনে॥
হৰি বোলে জৰাসুৰ বৰ দেঞ তোক।
তোৰ মনে বৰ কিবা ঝাণ্টে কহ মোক॥ ১০০৬
জৰে বোলে জেবে প্ৰভু মোকে দিবা বৰ।
স্ৰজিলা বৈষ্ণবি জৰ তাকে দুৰ কৰ॥
নহোক দোসৰ জৰ আমাৰ সঙ্গতি।
হেন হোক হাসিয়া বুলিলা লক্ষিপতি॥ ১০০৭
বৈষ্ণবি জৰকে থুআ গৰ্ভেৰ ভিতৰ।
সুন জৰাসুৰ হৰি বোলে অনন্তৰ॥

তোমাৰ প্ৰতাপ জ্বৰ কে সহিতে পাৰে।
সত ভাগ হয়া থাক সদায় সংসাৰে॥ ১০০৮
কেবলে তোমাৰ তাপে মৰিব জগতে।
হইয়া সতেক ভাগ থাকিহ সততে॥
আৰ কথা কহো জ্বৰ কৰ অৱধান।
তোমাৰ আমাৰ মাল্লযুদ্ধেৰ বাখান॥ ১০০৯
জেবা সুনে জেবা পড়ে নাজাইবি পাসে তাৰ।
এহি বোল জ্বৰাসুৰ পালিবি আমাৰ॥
জ্বৰে বোলে নাৰায়ন কৰিলা আদেস।
সত্যে সত্যে তযু বোল পালিবো আসেস॥ ১০১০
হৰিকে প্ৰণামি জেবে গৈলা জ্বৰাসুৰ।
ছাড়িয়া সুনিতপুৰ গৈল বহু দুৰ॥
সমৰ ছাড়িয়া জ্বৰাসুৰ গৈলা জেবে।
পলাইলা সকল সেনা ভয় পায়া তেবে॥ ১০১১
জেনমতে জ্বৰাসুৰ ভঙ্গ হৈলা ৰণে।
বানেৰ আগত কহিলন্ত সেনাগনে॥
সেনাপতি পলাইল জুঝিবো কেনমতে।
ভাল নাহইল প্ৰভু হেন লয় চিত্তে॥ ১০১২
জেহি জেহি বিৰ জাই সংগ্ৰামক মনে।
তেতিক্ষণে পড়ে গিয়া মনুস্য চৰণে॥
লঙ্কা বিনাসিলা জেন এ নৰ বানৰে।
সেহিমত কাৰ্য্য দেখো সুনিতনগৰে॥ ১০১৩

হাৰিলা সংগ্ৰামে জৰা সনে দেৱগনে।
হেনজনা কৰিলেক মনুস্য সৰনে॥
জে উপায় কৰহ চিন্তয় দৈত্যপতি।
মনুষ্যেৰ সংগ্ৰামে নাদেখি ভাল ৰিতি॥ ১০১৪
সেনাৰ বচন সুনি বানাসুৰ গুনে।
সংগ্ৰামসাগৰে মঞ্জি তৰিবো কেমনে॥
বাণাসুৰৰ শঙ্কৰ-পূজা
আপুনি সঙ্কৰে জেবে কৰে পৰিত্ৰান।
তেবেসে মনুস্য তিনি হইবে নিৰ্য্যান॥ ১০১৫
স্নান কৈলা বানাসুৰ পুজিতে সঙ্কৰ।
ধুপ দিপ নৈবেদ্য সাজিলা বহুতৰ॥
একমনে পুজিয়া সঙ্কৰ পসুপতি।
উৰ্দ্ধকে চাহিয়া ৰাজা বহু কৈল স্তুতি॥ ১০১৬
হাত জোড় কৰি ৰাজা হৰেৰ উদ্দেসে।
কৰুনা বচন বোলে চাহিয়া আকাশে॥
বিস্বাসজুগুতে গদগদ মুখে বানি।
কহে পিতাম্বৰে পৰসনে পদ্মপানি॥ ১০১৭ ॥ * ॥

**॥ অহিৰ ৰাগ ঃ লাছাড়ি দিৰ্ঘ ছন্দ ॥**

**সেৱক ভাঙিলে গোসাই হে বৰ দিয়া তৃপুৰাৰি।**
**মনুস্যে মজাইল মোৰ সুনিতনগৰি॥ ১০১৮**

আপুনে বুলিলা তৃভুবন দিবো তোক।
মিছা হৈল সকলে মানুসে জিনে মোক ॥ ১০১৯
জাৰ আগে দেৱগন নাৰহে তৰাসে।
হেন বিৰগন মোৰ বধিলা মানুসে ॥ ১০২০
জাৰ ভস্মপ্ৰহাৰে পৰ্ব্বতো হয় চুৰ।
মনুস্যে ভঙ্গাইলে হেন বিৰ জৰাসুৰ ॥ ১০২১
এ বড় ঠাকুৰ বুলি সেঁৱিলো তোমাৰে।
আনজনা আছে দেখো তোমাৰে উপৰে ॥ ১০২২
কেবা কি কৰিতে পাৰে তুমি কৈলে দায়া।
তিলেকে জাদৱ তিনি ফেলাহ মাৰিয়া ॥ ১০২৩
কি পাপ কৰিআ আছো নিৰ্ণয় নাজানি।
তোমাৰ উদ্দেসে মোৰ এতেক বিঘিনি ॥ ১০২৪
জদি আজি দিগম্বৰ নাদ দৰিসন।
হৰেৰ উদ্দেশে কৰিবো আনলে সৰন ॥ ১০২৫
বানেৰ কৰুনা সুনি দেৱ উমাপতি।
সেৱকবৎসল সঙ্কৰ তুষ্ট ভৈলা আতি ॥ ১০২৬
কৈলাস ছাড়িয়া হৰ আসিলা তেখনে।
হৰ গৌৰি দুয়ো হৈলা উপসনে ॥ ২০২৭
দুয়ো দেৱ বানাসুৰ দেখিলা নয়নে।
কহে পিতাম্বৰে হৰিপদ পৰসনে ॥ ১০২৮ ॥ * ॥

॥ মল্লাৰ ৰাগ ঃ লাছাড়ি দির্ঘছন্দ ॥

শঙ্কৰ প্রসন্ন

আইল দিগম্বৰ স্থনিতনগৰ
চড়িয়া বৃসভজানেজে।
আতি অনুপাম এ ৰূপ উত্তম
গৰল কৰিয়া পানেজে ॥ ১০২৯
ছাড়িয়া চন্দন বিভূতি ভুসন
পিন্ধিয়া বাঘেৰ ছালজে।
গলাৰ সাপেজে হলফল কৰে
সকল ভুতেৰ মেলাজে ॥ ১০৩০
নাগেৰ কুণ্ডল দোলে গণ্ড-স্থল
কপালে চান্দেৰ ফোটা।
ললাটে নয়ন আনল জলে
গঙ্গায় বেড়িয়া জটা ॥ ১০৩১
সসি বিৰোচন চান্দকে লোচন
নিন্দক তনু উজ্জল।
নাচে গাৱে কেনে এ তিনি ভুবনে
একেজে ঠাকুৰ ভোলাজে ॥ ১০৩২
বলিৰ তনয় চিন্তিলা হৃদয়
সঙ্কৰ আইল তেখনে।
শ্রীহৰিচৰণ কৰিয়া স্মৰন
গিত পিতাম্বৰে ভনেজে ॥ ১০৩৩ ॥ *

পদ ॥ বানাসুৰে দেখিলা আসিলা সুলপানি।
প্ৰনাম কৰিয়া খাইল চৰনেৰ পানি॥
তৃভুবন সব মোৰ তোমাৰ প্ৰসাদে।
এবে দেখে প্ৰান জাই নৰৰ বিবাদে ॥ ১০৩৪
উসা নামে কন্যা মোৰ পৰম ৰূপসি।
কৃষ্ণৰ নাতিয়ে তাকে হৰিলেক আসি ॥
সুনিয়া পঠাইলো দূত জানিবাৰ তৰে।
প্ৰথমতে সকলো মাৰিলা সেহি চোৰে ॥ ১০৩৫
পাছে পঠাইলো কালদণ্ড সেনাপতি।
তোমাৰ প্ৰমথগন দিআ সে সঙ্গতি॥
সকলে মাৰিয়া চোৰা কৰিলা বিনাস।
পাছে গিয়া সংগ্ৰামে বান্ধিলো নাগপাস ॥ ১০৩৬
শুনিয়া আসিলা হৰি দৈৱকীতনয়।
মাৰিলা অসংখ্য কৌটি কৌটি সেনাচয় ॥
অঙ্গিৰাকে জিনিয়া জিনিলা জৰাসুৰ।
তুমিসে থাকিতে মোৰ হয় এতদূৰ ॥ ১০৩৭
শঙ্কৰ, কাৰ্ত্তিক গণেশ আৰু গণসকলৰ ৰণ-সজ্জা
বানৰ বচন সুনি দেৱ উমাপতি।
কোপে ভয়ঙ্কৰ ৰূপ ধৰিলেক আতি ॥
নয়নেৰ আনল উছলে ঝাকে ঝাক।
অধৰ কামুড়ি সে নন্দিক দিলা ডাক ॥ ১০৩৮
ঝাণ্টে ৰথ সাজি আন কৰিবো সংগ্ৰাম।
পুৰিবো বানেৰ আজি মনোৰথ কাম ॥

জতেক আমাৰ গন আইসোক সত্বৰে।
আইসোক কাৰ্ত্তিক অস্ত্ৰসস্ত্ৰ ধৰি॥ ১০৩৯
হৰেৰ বচন স্নুনি নন্দি. গনেশ্বৰ।
আঠগোটা সিংহে ৰথ সজাইলা সত্বৰ॥
কিঙ্কিনি সবদ বিভুসিত কণ্ঠে দিল।
হিৰা মনি মৰকত মানিকে ৰচিল॥ ১০৪০
ধৱল পতাকাসে ৰথকে সোভা কৰে।
চড়াইলা বৃসভধ্বজ ৰথেৰ উপৰে॥
সহস্ৰেক চন্দ্ৰ জেন হইল গগনে।
নন্দিএ সাজিলা ৰথ দেখি তৃনয়নে॥ ১০৪১
ধনু ধৰি ৰথতে উঠিলা স্নুলপানি।
বিপৰীত সবদ আকাশ লঙ্ঘে জিনি॥
কাৰ্ত্তিক আসিল সেজে ময়ুৰে চড়িয়া।
জমদণ্ডসম চণ্ড সকতি ধৰিয়া॥ ১০৪২
মুসক বাহনে তেবে আইল গনপতি।
কুঠাৰ দেখিয়া হাতে ভয় লাগে আতি॥
সিংহৰ সদৃশ মুখ মনুস্যেৰ অঙ্গ।
উদিত সুৰুজ জেন নয়নেৰ ৰঙ্গ॥ ১০৪৩
কৰ্নত কুণ্ডল সোভে মাথাত কিৰিটি।
হেন গন সংগ্ৰামে আসিল তিনি কোটি॥
বাঘেৰ সদৃশ মুখ তিনি তিনি আখি।
গৌৰাঙ্গ পৰ্ব্বত সৱাহাৰে তনু দেখি॥ ১০৪৪

হাতে ধনু বান সিৰে ময়ূৰেৰ পাখ।
হেন জন আইল পাঞ্চ বিংসতিজে লাখ॥
হাতে দণ্ড লৈয়া আইল অজুতেক সেনা।
মনুষ্য সৰিৰ জেন মুখ নাগফেনা॥ ১০৪৫
বাঘছাল পৰিধান অঙ্গতে সবাৰ।
হেন গন আইল লাখ সত্তৰি হাজাৰ॥
উটমুখ সেনাগন বৈসে ভুজ চাৰি।
ভালুকেৰ চৰ্ম্ম পিন্ধে সৰ্পেৰ উত্তৰি॥ ১০৪৬
গদা স্থূল পৰিঘ পৰশু ধৰি হাতে।
নিজুতেক সৈন্য লৈয়া আসিল জুঝিতে॥
হস্তিৰ কান্ধত সেজে আৰোহন কৰি।
অৰুন নয়ন সেজে মুকুট লেছাৰি॥ ১০৪৭
তিনি সিৰ ছয় ভুজ তৃতয় লোচন।
খৰ্গ চৰ্ম্ম গদা মুদ্গাৰ ধনু বান॥
খৰেৰ আকৃতি মুখ দেখি লাগে ভয়।
হেন গন জুৰিতে আসিলা লাখ ছয়॥ ১০৪৮
আৰ গন আসিল মুখ গণ্ডেৰ সমান।
মানিকেৰ পত্ৰ যেন দুইগোটা কান॥
কুটিল নয়ন অঙ্গ পৰ্ব্বত আকাৰ।
হেন গন আইল লাখ নব্বই হাজাৰ॥ ১০৪৯
আৰ গন আইল মুখ অশ্বেৰ আকৃতি।
বিপুল সৰিৰ জেন অন্ধকাৰ ৰাতি॥

এ বড়ে সাপেৰ ছাল জাহাৰ পিন্ধন।
হাতে গদা দসনখ আইল সেনাগন॥ ১০৫০
চাৰি পাৱ চাৰি ভুজ দুইগোটা আখি।
গৈৰিক পৰ্ব্বত সবাহাৰে তনু দেখি॥
ছাগলেৰ মুখ জেন সকল সেনাৰ।
হেন গন আইল লক্ষ বিংসতি হাজাৰ॥ ১০৫১
শৃকাল বিড়াল মেষমুখ সেনাগন।
সসক মুসক গজ ময়ুৰ বাহন॥
কাৰো এক মুখ দস কাৰো সহস্রেক।
কাৰো বাহু সহস্রেক কাৰো অজুতেক॥ ১০৫২
কাৰো এক বাহু কাৰো অনেক লোচন।
কাৰো এক পাৱ কাৰো অনেক চৰণ॥
কাৰো সিৰ নাই কৰিবাক আইল ৰণ।
প্রভাতে বৰুণ বিৰ্য্য নৰ তৃলোচন॥ ১০৫৩
কত সেনা গৈল সে মাথাত সোভে জটা।
হাতে গদা তৃস্থুল কপালে চান্দ ফোটা॥
কেহো সেত কেহো কৃষ্ণ কেহো পিতৰঙ্গ।
উদিত সুৰুজ জেন নয়নেৰ ৰঙ্গ॥ ১০৫৪
কতোবা বৰণ দীৰ্ঘ অতি খীন স্থূল।
কাহাৰো হাতত গদা মুদ্গৰ স্থূল॥
কেহো ৰথে কেহো গজে কেহো ভূমিপায়।
গগনেৰ পথে কতো কতো সেনা জায়॥ ১০৫৫

লেখাজোখা নাহি কোটি কোটি সেনাগন।
দিব্য অস্ত্রশস্ত্র ধৰি আইল কোপমনে॥
হৰি আৰু হৰৰ বাক্-যুদ্ধ
সিংহনাদ সবদ কৰিয়া স্থূলপানি।
সপ্ত পাতাল স্বৰ্গ কম্পিল ধ্বনি॥ ১০৫৬
সংগ্রামে আসিলা তৃভুবনঅধিপতি।
নন্দিএ হইলে তেবে ৰথেৰ সাৰথি॥
শিৱ সমে সংগ্রামে আঁসিলা ভূতগন।
গোবিন্দেৰ সমুখে ৰহিল কোপমন॥ ১০৫৭
হৰ বোলে হৰি আজি ঠেকিলে বিসমে।
প্রান হৰুৱাইবে আজি মোহোৰ সংগ্রামে॥
কংস কেসি চানুৰ মুষ্টিক বকাসুৰ।
তাক মাৰি গৰ্ব্ব তোৰ বাড়িল প্রচুৰ॥ ১০৫৮
ভাল মন্দ নাচিনস গাৱেৰ গৰৱে।
মোৰ হাতে পৈলে হৰি কি কৰিবে এবে॥
বুলিস মোহৰ সম বিৰ নাহি কথা।
মোৰ বানে সত্বৰে জানিবি হৰি বেথা॥ ১০৫৯
হৰেৰ বচন সুনি বোলা নাৰায়ন।
বুড়া বয়সত কেনে বুদ্ধি ভৈলা ছন॥
তোমাৰ আমাৰ কিছো নাহি বোলচাল।
কেনে আকাৰনে হৰ পাতাহা জঞ্জাল॥ ১০৬০
সৰ্ব্বকালে দানৱে আমাৰ সনে ঘোসে।
বানাসুৰে নাতিক বান্ধিলা নাগপাসে॥

তাহাৰ উদ্ধাৰকাৰ্য্যে আমি আইলো বনে।
তুমি কি কাৰনে দন্দ কৰ মোৰ সনে॥ ১০৬১
হৰ বোলে হৰি বুঝ আপুনাৰ চিত্তে।
বানাসুৰে তোমাক ঘসিলে কেনমতে॥
পৃথিবিতে হেন কাৰ্য্য কৰই কোনজন।
তোমাৰ নাতিয়ে কাৰ্য্য কৰিলে জেহেন॥ ১০৬২
জন্মে নাহি সুনি কিছো সাস্ত্ৰবেৱহাৰ।
প্ৰথমতে কহিবে সে পিতাকে কন্যাৰ॥
পিতৃ দাতা কন্যা হেন কহে সৰ্ব্বজনে।
বৰ্ব্বৰ যাদৱ সেজে মনত নাগুনে॥ ১০৬৩
ধৰ্ম্ম ছাড়ি নাকহিল দানৱ ৰাজাক।
গান্ধৰ্ব গৰৱে গিয়া হৰিলা উসাক॥
পথ ছাড়ি বিপথে জিজনে কৰে গতি।
তাকে সংহৰিব হেন সাস্ত্ৰৰ জুগুতি॥ ১০৬৪
উচিতে বান্ধিলে বানাসুৰে তোৰ নাতি।
তাত কেনে জুঝিবাকে আইলে কোপমতি॥
আকাৰনে তুমিসে কৰিতে আছ দন্দ।
সঙ্কৰ থাকিতে কে বানেৰ আছে মন্দ॥ ১০৬৫
সোল্লজে হাজাৰ গোপি তোমাৰ ৰমনি।
পৰম কামুক তুমি তৃভুবনে জানি॥
ভাল মন্দ লোকচৰচাকো নাহি লাজ।
কিবা ৰাতি কিবা দিন তিৰি লৈয়া কাজ॥ ১০৬৬

সঙ্কৰেৰ বচনে হৰিৰ হৈল হাস।
বোলে মন দিয়া স্থন কহি দিগবাস॥
আমাক নিন্দস তুমি আপুনি সজ্জনে।
তেবে কেনে কুকর্ম্ম কৰহ ৰাতৃদিনে॥ ১০৬৭
সহস্রেক মুখে জদি ছয় মাস কহি।
তোমাৰ কথাৰ তভো অৱসান নাহি॥
দক্ষ প্রজাপতি জজ্ঞ কৰিলা জেখন।
নাদিলা তোমাকে ডাক কপালি কাৰন॥ ১০৬৮
ততস্পৰে মহামায়া এ কথা স্থনিয়া।
প্রান পৰিহৰিল তোমাৰে লাজ পায়া॥
পাছে কামে উনমত তুমি হৈলা আতি।
লাখে লাখে হৰিলাহা মুনিৰ জুৱতি॥ ১০৬৯
জথায় তথায় দেৰি সঙ্গত আৰসে।
অর্দ্ধ অঙ্গ কৈলা নাৰি কামঅভিলাসে॥
কিৰাত কোছেৰ নাৰি জতেক জুৱতি।
বোলা কাৰ সমে নাহি অতিভাৱ ৰতি॥ ১০৭০
হেনসে কামুক তুমি হয়া তৃপুৰাৰি।
তেবে কেনে আমাক বোলস কামচাৰি॥
অস্তিকে পৰসি হেন সাস্ত্রে নতো স্থনি।
পণ্ডিত হইয়া পৰিধান কৰা কেনি॥ ১০৭১
গৰুকে পুজয় হেন কহে সর্ব্বজনে।
পণ্ডিত হইয়া তাত চড়হ কেমনে॥

নিলাজ বুলিয়াসে দুসিলা মোৰ জাতি।
সুনিয়া তোমাৰ কথা হাসি উঠে আতি॥ ১০৭২
পকিল মাথাৰ কেস হৃইল পুত্র নাতি।
তথাপি লাঙ্গট হয়া ভ্রমা দিনে ৰাতি॥
জথা তথা জাই দেখ্রি কোলে সর্ব্বক্ষনে।
আমাকে নিলাজ বোলা হইআ হেন জনে॥ ১০৭৩
গোৱাল বুলিয়াসে দুসিলা মোৰ জাতি।
বোলহ সঙ্কৰ তুমি উপজিলা কতি॥
কাহাৰ তনয় কুল তোমাৰ নাজানি।
ভুত লৈয়া সসানে বৈসহ সুলপানি॥ ১০৭৪
কোন কার্য্যে ভুতনাথ বখান আপুনা।
তাৰ আগে কহ তোকে নজানে জেজনা॥
বুলিলা মঞি থাকিতে দৈত্যৰ নাহি ভয়।
কাটিবো দৈত্যকে কেবা ৰাখিতে পাৰয়॥ ১০৭৫
দৈত্যৰ সহায় তুমি হইলা আপুনে।
জদি বল থাকে জুদ্ধ কৰ মোৰ সনে॥
সর্ব্বকালে দানৱে ধর্ম্মেৰ কৰে নাশ।
হেন পাপিষ্টৰ সহায় ভৈলা দিগবাস॥ ১০৭৬
দেৱতা ছাড়িয়া ভৈলা দানৱেৰ ভিতি।
তাৰ ফল ভুঞ্জ মোৰ সৰে পসুপতি॥
হৰিৰ নৈৰাস বানি সুনিয়া ইসান।
মহা কোপে জলি গৈলা অনল সমান॥ ১০৭৭

ললাটৰ নয়নে আনল জলে কোপে।
ডুবাইলা সকল দেৱ সঙ্কৰেৰ ৰূপে॥
ধনু ধৰি হৰিকে চালান্ত কোপমনে।
হৰি আৰু হৰৰ সমৰ
অধৰ কামুড়ি সে গৰ্জ্জিয় ঘনে ঘনে॥ ১০৭৮
হাসে নাৰায়নে দেখি হৰেৰ মুৰুতি।
হাসি হাসি পৰিহাস বোলে জদুপতি॥
গৰ্জ্জনে সংগ্ৰামে নিজিনয় তৃপুৰাৰি।
মৰণতো ধিক লজ্জা জদি ৰন হাৰি॥ ১০৭৯
সুস্ত হয়া কৰা ৰন জদি বল আছে।
ৰন হাৰি পলাআ জাইবাহা জানি পাছে॥
বোল সুনি কোপ ভৈলা বৃসভবাহন।
ধনুতে জুড়িলা সেজে আঠ সত বান॥ ১০৮০
দসন কামুড়ি সব প্ৰহাৰিলা হৰে।
তুৰিতে ভেদিলা গোবিন্দেৰ কলেৱৰে॥
শৰচোট পায়া তৃভুবনঅধিকাৰি।
মেঘবান ধনুতেসে জুড়িলা মুৰাৰি॥ ১০৮১
মন্ত্ৰঅভিসেক কৰি হানিল তেখনে।
সিলা জল বিদ্যুত বৰিসে মেঘগনে॥
সঙ্কৰেৰ সেনাগন ঢাকিলেক জলে।
কতো সেনা ছন্ন হৈল কতো ভাসে জলে॥ ১০৮২
ডুবিয়া ডুবিয়া কতো মৰে সেনাগন।
হেন দেখি সঙ্কৰেৰ বড় কোপমন॥

মহা ভয়ঙ্কৰ অগ্নিঅস্ত্ৰ লৈলা কৰে।
স্বৰ্গ মঞ্চ পাতাল কাম্পয় জাক ডৰে॥ ১০৮৩
উল্কাময় নিৰন্তৰে দেখি দসোদিস।
হৰেৰ অস্ত্ৰেৰ ৰূপ আতিঁ অসদৃস॥
সঙ্কৰে মাৰিলা সব কৰি হুহুঙ্কাৰ।
পৃথিৱি গগনে বহ্নি হৈলা একাকাৰ॥ ১০৮৪
হাহাকাৰ কৰে আকাসেৰ দেৱগনে।
গৰুড় সহিতে হৰি দহিব দহনে॥
দৈত্যগনে জানিলা সংগ্ৰামে ভৈলা জয়।
সিংহনাদ কৰিলা স্তুনিতে লাগে ভয়॥ ১০৮৫
অগ্নিঅস্ত্ৰ আসে হেন দেখি নাৰায়নে।
বৰুন অস্ত্ৰক প্ৰহাৰিলা তেতিখনে॥
জল পায়া অনল সকল হৈল নাস।
সিংহনাদ কৈলা হৰি জগতনিবাস॥ ১০৮৬
নষ্ট হৈলা সব হেন দেখি সুলপানি।
ধনুতে জুড়িলা ভয়ঙ্কৰ অস্ত্ৰ আনি॥
পৈশাচ ৰাক্ষস ৰৌদ্ৰ আঙ্গিৰস বান।
ধনুতে জুড়িলা শিঘ্ৰে কৰিলা সন্ধান॥ ১০৮৭
চাৰি অস্ত্ৰ আহে জেন চাৰি জমদণ্ড।
গোবিন্দে মাৰিলা চাৰি সব পৰচণ্ড॥
সমিৰন স্বাবিত্ৰ জে বাসৱ মোহন।
সঙ্কৰেৰ চাৰি অস্ত্ৰ কাটিলা তেখন॥ ১০৮৮

সব কাটি গোবিন্দে বৈষ্ণৱি অস্ত্র ধৰি।
ধনুতে জুড়িলা তেবে সঙ্খনাদ কৰি॥
প্রলয় কালেৰ জেন সূর্য্যৰ উদয়।
দেখিয়া পলাইলা জত ছিল সেনাচয়॥ ১০৮৯
সেনাৰ তৰাস দেখি কোপে উমাপতি।
তৃপুৰদহন অস্ত্র লৈলা সিঘ্রগতি॥
তেবে হেন দেখি তৃভুবনপতি হৰি।
টোনত বৈষ্ণৱি অস্ত্র থৈলা সিঘ্র কৰি॥ ১০৯০
ধৰিয়া মোহন বান হানিলা তেখনে।
তম্ভিয়া মোহন বান হাম্নিলা তেখনে॥
বিষ্ণু সঙ্কৰেৰ জুদ্ধ আতি ভয়ঙ্কৰ।
নবহে পৱন উর্ম্মি নকৰে সাগৰ॥ ১০৯১
কাম্পে সুৰাসুৰ জক্ষ গন্ধর্ব্ব কিন্নৰ।
দানৱ মানৱ আৰ কাম্পে নিৰন্তৰ॥
পৃথিৱি পাতাল কাম্পে আৰ সুৰপুৰি।
কাম্পে সৱ অচল সুমেৰু আদি কৰি॥ ১০৯২
পদভৰে পিৰিত হইয়া বসুমতি।
চলিলা পৃথিৱি জথা আছে প্রজাপতি॥
কান্দিয়া ধৰনি গিয়া পসিল সৱনে।
জাঞ ৰসাতলে হেৰা হৰিহৰ ৰনে॥ ১০৯৩
পৃথিৱিৰ করুনা সুনিয়া লোকপতি।
জতেক দেৱতাগন কৰিআ সংহতি॥

যুদ্ধ-ভাৰাক্ৰান্তা পৃথিৱী ব্ৰহ্মাৰ কাষত

ব্ৰহ্মাৰ হৰি-হৰ স্তুতি

জথা হৰি হৰে জুদ্ধ কৰে দুইজনে।
দেৱগন লৈয়া ব্ৰহ্মা চলিলা তেখনে॥ ১০৯৪
ব্ৰহ্মা বোলে দেৱদেৱ পৰম ঈশ্বৰ।
নমো স্থূলপানি নমো নমো চক্ৰধৰ॥
নমো পিতাম্বৰ নমো নমো দিগবাস।
শ্ৰীবৎসঅঙ্কিত নমো ভসমবিলাস॥ ১০৯৫
নমো লক্ষ্মিপতি নমো নমো উমাপতি।
বৃসভবাহন নমো নমো গনপতি॥
এহিমতে ব্ৰহ্মাএ কৰিলা বহু স্তুতি।
হাতজোৰে মধুৰ বচনে দিগপতি॥ ১০৯৬
ব্ৰহ্মা বোলে সঙ্কৰ স্তুনহ দামোদৰ।
সত্যে বোলে একেই সৰিৰ হৰি হৰ॥
অসুৰ বধিতে জিবেলাত দুইজনে।
সিবেলাৰ ৰূপ পাসৰিলা কেন মনে॥ ১০৯৭
বৃসভে গৈলা নাৰায়ণ গৌৰিএ সহিতে।
খট্বাঙ্গ তৃসুল আতি সোভে দুই হাতে॥
ভস্মলিপিত তনু বাঘছাল অঙ্গে।
কৰ্ণত কুণ্ডল হাৰ পিন্ধিয়া ভুজঙ্গে॥ ১০৯৮
গৰুড়ৰ উপৰে চড়িয়া ভুতপতি।
দক্ষিনে কমলা দেৱি বামে সৰস্বতি॥
কণ্ঠত কৌস্তুভ পিত বাস সৰিৰত।
সঙ্খ চক্ৰ গদা পদ্ম ধৰিআ হাতত॥ ১০৯৯

ব্ৰহ্মা বোলে ভূতনাথ পাসৰিলা কেনে।
একেই সৰিৰ ভিন কৰা কোন গুনে॥
হৰি হৰ একে তনু কিছো ভিন্ন নাই।
সৃষ্টি নষ্ট কৰিবাক পাতিলা উপাই॥ ১১০০
গোবিন্দক মনুষ্য কৰিয়া হেন মানি।
আপুনাৰ সক্তি সেজে নাচিনা আপুনি॥
হৰিৰ সৰিৰ হৰ ছিন ভালমতে।
ব্ৰহ্মাৰ বচনে হৰে নিৰিক্ষে তৰিতে॥ ১১০১

হৰৰ বিশ্ব-ৰূপ আৰু হৰি-হৰৰ অভেদ-ৰূপ-দৰ্শন ; হৰি-হৰৰ যুদ্ধ-নিবৃত্তি

গোবিন্দৰ সৰিৰ নিৰিখে উমাপতি।
এ বায়ু বৰুণ বৈসানৰ বসুমতী॥
দিনকৰ কুবেৰ বৰুণ সুধানিধি।
আপুন দেখিয়া আগে পাছে দেখে বিধি॥ ১১০২
গন্ধৰ্ব্ব কিন্নৰ জক্ষ ৰক্ষ বিদ্যাধৰ।
দানৱ মানৱ গন সপতি সাগৰ॥
নদি নদ মহিধৰ গ্ৰহগন জত।
অষ্ট বসু দিগপাল নক্ষত্ৰ সমস্ত॥ ১১০৩
চাৰি বেদ চৌধ সাস্ত্ৰ আৰ দিবা ৰাতি।
হৰিৰ সৰিৰে সৱে দেখে উমাপতি॥
ৰন ছাড়ি আকাসকে গৈলা দুই জন।
দুই তনু হৰি হৰে একে নাৰায়ণ॥ ১১০৪
অৰ্দ্ধেক সৰিৰ নিল অৰ্দ্ধেক ধৱল।
অৰ্দ্ধেক অমৃত পিৱে অৰ্দ্ধেক গৰল॥

অৰ্দ্ধেক বাঘৰ ছাল অৰ্দ্ধেক পিত বাস।
অৰ্দ্ধেক চন্দন অৰ্দ্ধ ভসমবিলাস॥ ১১০৫
গৰুড়েৰ উপৰে বসিলা উমাপতি।
দক্ষিনে কমলাদেৱি বামে সৰস্বতি॥
অৰ্দ্ধ অঙ্গে কমলা ভৱানি অৰ্দ্ধ অঙ্গে।
ৰতন কুণ্ডল হাৰ পিন্ধিয়া ভুজঙ্গে॥ ১১০৬
এহিমতে হৰেসে দেখিলা হৰি অঙ্গে।
একি হইল হৰে হৰিৰসে অঙ্গে॥
দুই দেৱে একেই হইয়া কতোক্ষন।
ৰন চাৰি কৈলাসকে গৈলা তৃনয়ন॥ ১১০৭
গৰুড়ৰ উপৰে আসিলা নাৰায়ণ।
দেখিয়া ব্ৰহ্মাৰ আতি ৰঙ্গ ভৈলা মন॥
হৰি হৰে জেতিখন ভৈলা এককায়।
আৰ নেদেখিলা কেহো দেখিলা ব্ৰহ্মাই॥ ১১০৮
হৰিবংস পুন্য কথা মধুময় বানি।
স্তুনিলে সম্পদ বাড়ে খণ্ডিব বিঘিনি॥
মনেৰ বাঞ্ছিত সিদ্ধি জাহাক শ্ৰৱনে।
হৰি পৰসনে কৰি পিতাম্বৰে ভনে॥ ১১০৯
হৰৰ কৈলাস-গমন বৈসম্পায়নে বোলে কথা স্তুনা জন্মিজয়।
কৈলাসকে গৈলা জেৱে দেৱ মৃত্যুঞ্জয়॥
লাঙ্গল ধৰিয়া তেখনে আসিলা হলধৰ।
ধনু ধৰি তেখনে আসিলা পঞ্চসৰ॥ ১১১০

তিক্ষ্ণ সৰে অনেক মাৰিলা সেনাগন।
সংগ্ৰাম ঢাকিয়া কৰে বান বৰিসন॥
প্ৰচণ্ড দহনে জেন তৃনেৰ কাৰণ।
দহে দানৱেৰ সেনা প্ৰদ্যুম্নৰ বান॥ ১১১১
মুসল ধৰিয়া হলধৰ মহাবিৰ।
টানিয়া সেনাৰ চিণ্ডে লক্ষে লক্ষে সিৰ॥
প্ৰলয়ৰ জমে জেন প্ৰজাক সংহাৰে।
দুইজন হয়াসে অনেক সেনা মাৰে॥ ১১১২
মহাতাপ পায়াজে হৰেৰ সেনাগন।
কার্ত্তিকেৰ ঠাই গিয়া পসিল সৰন॥
ৰাখা ৰাখা কুমৰ সংগ্ৰামে প্ৰান জাই।
কিমতে জুঝিবো কেহো নাহিকে সহায়॥ ১১১৩
সংগ্ৰাম ছাড়িয়া হৰ লড়িলা কৈলাসে।
অনাথ দেখিয়া সেনা মনুস্যে বিনাসে॥
সেনাৰ বিনাস দেখি হৰেৰ কুমাৰ।
কার্ত্তিক-শ্ৰীকৃষ্ণৰ ঘোৰ যুদ্ধ
মহাকোপে জলিলা সংগ্ৰাম অনির্ব্বাৰ॥ ১১১৪
সেনাক আস্বাস কৰি ৰথতে ছাড়িয়া।
কুভাণ্ড মন্ত্ৰিক ৰথে সাৰথি কৰিয়া॥
দসোদিসে পুৰিলেক ধনুৰ টঙ্কাৰ।
গর্জ্জিতে গর্জ্জিতে আসে হৰেৰ কুমাৰ॥ ১১১৫
অৰুননয়ন সব কোপে কাম্পে তনু।
কর্ণমানে টানিয়া আনিলা চক্ৰ ধনু॥

নিশিত প্ৰচণ্ড সৰ জেন জমদণ্ড।
কাৰ্ত্তিক পৰম কোপে টানিয়া কোদণ্ড॥ ১১১৬
সত সৰে ভেদিলা কৃষ্ণেৰ কলেৱৰ।
বিন্ধিল সহস্ৰ সৰে বিৰ হলধৰ॥
তিনি সত সৰ বিৰ কৰিলা প্ৰহাৰ।
কামক ভেদিয়া সৰে কৈল অন্ধকাৰ॥ ১১১৭
তিনিৰ সৰিৰ ভেদি বহিছে সোনিত।
সুমেৰুসিখৰে জেন পলাস সোভিত॥
কাৰ্ত্তিকৰ বিক্ৰম দেখিয়া নাৰায়ন।
বায়ুঅস্ত্ৰ ধনুত জুড়িলা তেতিখন॥ ১১১৮
অগ্নিঅস্ত্ৰ ধৰিয়াসে বিৰ হলধৰ।
মেঘবান ধনুত জুড়িলা পাঞ্চসৰ॥
তিনি সৰ ধৰি প্ৰহাৰিলা একেবাৰে।
দেখিয়া জুড়িলা সৰ সিৱৰ কুমাৰে॥ ১১১৯
সাৱিত্ৰ বাৰুন সৈল হানি তিনি বান।
জাদৱেৰ সৰ নিবাৰিলা তেতিখন॥
অস্ত্ৰ কাটি তিনিকো ভেদিলা তিক্ষ সৰে।
সিংহনাদ কৰিলা তাহাত অনন্তৰে॥ ১১২০
আৰবাৰ কোপ কৰি হৰেৰ কুমাৰ।
লৈলা দিব্য অস্ত্ৰ সে দেখিতে ভয়ঙ্কৰ॥
ব্ৰহ্মসিৰ নামে অস্ত্ৰ জুড়িলা সত্বৰে।
অস্ত্ৰ দেখি ভয় কৰে জত সুৰাসুৰে॥ ১১২১

সৱেৰ মুখেৰ হস্তে অনল বিৰায়।
প্ৰলয়ৰ সহস্ৰেক আদিত্যপৰায়॥
আতি উগ্ৰতেজ সে দেখিতে ভয়ঙ্কৰ।
হেন অস্ত্ৰ হাতে লৈলা হৰেৰ কুমৰ॥ ১১২২
অস্ত্ৰ দেখি হাহাকাৰ কৰে দেৱগনে।
গৰুড় সহিতে হৰি দহিব দহনে॥
কুমৰৰ অস্ত্ৰ দেখি তৃভুবনপতি।
হাততে তুলিয়া চক্ৰ লৈলা সিঘ্ৰগতি॥ ১১২৩
অব্যৰ্থ প্ৰচণ্ড চক্ৰ নামে সুদৰ্সন।
ঝাকে ঝাকে চক্ৰমুখে উচ্ছলে দহন॥
কাৰ্ত্তিকেৰ অস্ত্ৰ পিত তেজ কৈল নাস।
জগত কম্পিত দেখি চক্ৰেৰ প্ৰকাস॥ ১১২৪
তেজহিন অস্ত্ৰ দেখি হৰেৰ কুমৰ।
পেলাইলা হাতেৰ তেবে অস্ত্ৰ আপুনাৰ॥
কোপে কাম্পে কাৰ্ত্তিকেৰ ৰকত নয়ন।
ব্ৰহ্মসিৰ নামে জেবে অস্ত্ৰ ভৈলা ছন্ন॥ ১১২৪ক
ধৰিলা সকতি আতি দেখি ভয়ঙ্কৰ।
ৰতন কাঞ্চনে বিৰচিত মনোহৰ॥
জুগান্ত কালেৰ জেন প্ৰচণ্ড অনল।
সক্তিৰ উল্কায় সব দিসই উজ্জ্বল॥ ১১২৫
কিঙ্কিনিমণ্ডিত গন্ধচন্দনে লেপিয়া।
হৰিক উদ্দেসে চক্ৰ ধৰিল তুলিয়া॥

সহস্ৰেক ফেনা জেন বাসুকি ফোফাই।
ঘনে ঘনে উলুকা পড়িতে মুখে জাই॥ ১১২৬
ইন্দ্ৰ চন্দ্ৰ কুবেৰ বৰুন বসুমতি।
অগনি পৱন জম ৰাজা দিগপতি॥
সিদ্ধ মুনিগনসে গন্ধৰ্ব্ব বিদ্যাধৰ।
সকতি দেখিয়া তৃভুবনে ভৈল ডৰ॥ ১১২৭
জে সক্তি ধৰিয়া পুৰ্ব্বে হৰেৰ কুমাৰ।
পুৰ্ব্বতে তাৰকাসুৰ বধি একবাৰ॥
হেন সক্তি মাৰিলা কৃষ্ণক বধিবাৰ।
দেখিয়া দেৱতাগনে কৰে হাহাকাৰ॥ ১১২৮
সকল দানৱগনে কৰে জয় জয়।
এহি অস্ত্ৰে গোবিন্দক দহিব নিছয়॥
হাসে নাৰায়নে সুনি দানৱেৰ ধ্বনি।
সকতি আইসে হেন দেখি চক্ৰপানি॥ ১১২৯
হুঙ্কাৰ সবদ কৈল তৃভুবনপতি।
ব্যৰ্থ হুই পৃথিবিতে পড়িলা সকতি॥
জয়ধ্বনি উচ্চাৰিলা দুন্দুভি সম্বাদ।
দুন্দুভি সবদ সুনি দৈত্যেৰ বিসাদ॥ ১১৩০
হুঙ্কাৰ সবদে জেবে পৰিলা সকতি।
কাৰ্ত্তিকক বধিবাক কোপে যদুপতি॥
হাতত তুলিয়া চক্ৰ লৈলা নাৰায়ন।
কৈলাসত থাকিয়া সঙ্কৰে কৈল মন॥ ১১৩১

দিগম্বৰী হৈ পাৰ্ব্বতীয়ে কাৰ্ত্তিকক ৰক্ষা কৰে

আথবেথ ভৈলা তৃভুবনঅধিপতি।
ঐসান্যে বোলন্ত ঝাণ্টে চলহ পাৰ্ব্বতি॥
কাৰ্ত্তিক বধিতে চক্র লৈলা নাৰায়ন।
চল ঝাণ্টে ৰাখ গিয়া আপুন নন্দন॥ ১১৩২
স্থনিয়া ডৰাইলা তিনি ভুবনেৰ মাতা।
দিগম্বৰি হুয়া আইলা ৰনস্থলি জথা॥
কুমৰকে চাহিয়া ৰহিল মহামায়া।
হেটমাথ ভৈলা হৰি দেৱিক দেখিয়া॥ ১১৩৩
অধোমুখে বচন বুলিলা দেৱ হৰি।
দুৰ গুচ দুৰ গুচ নিলাজি পামৰি॥
বিঘিনি কৰিতে তঞি আসিলি আমাৰ।
নিন্দিয়া দেৱিকে হৰি বোলে আৰোবাৰ॥ ১১৩৪
দেৱি বোলে স্থন কৃপাময় নাৰায়ন।
নাকৰ বিনাস মোৰ পুত্ৰৰ জিৱন॥
চক্র নিবাৰন কৰ প্ৰভু দেৱ হৰি।
তেবেসে পিন্ধিবো বস্ত্র বোলো নিষ্ট কৰি॥ ১১৩৫
স্থনিয়া বচন হৰি বোলে আৰোবাৰ।
ঝাণ্টে গুচ গুচ লৈয়া আপুন কুমাৰ॥
কৃষ্ণৰ বচনে মহামায়া হৰিসিত।
পিন্ধিয়া বসন লৈয়া কুমৰ তুৰিত॥ ১১৩৬
কৈলাস গমনে চলি গৈলা মহামায়া।
গৰুড়ে চৰিলা হৰি চক্র নিবাৰিয়া॥

'সংগ্ৰাম ছাড়িয়া সেনা পলাইল সকলে।
গিৰি দৰি কাননে লুকাইল বিআকুলে॥ ১১৩৭
সেনাগন ৰনস্থলি হন্তে গৈল ধায়া।
বানেৰ অগ্ৰতে কহে প্ৰনাম কৰিয়া॥
হৰিবংস পুন্য কথা পাপেৰ অগনি।
কহে পিতাম্বৰে পৰসনে যদুমনি॥ ১১৩৮ ॥*॥

॥ ৰামগিৰি ৰাগঃ লাছাড়ি দিৰ্ঘ ছন্দ ॥

॥ পদ ॥ স্তুন স্তুন প্ৰভু ৰনেৰ কথা হৰ গৈল পৰিহৰি।
উসাৰ কাৰ্য্য দানবৰ বিনাস মজিল স্তুনিতপুৰি॥ ১১৩৯

বাণাসুৰৰ দূতৰ সাৱধান-বাণী

মনুষ্য নোহয় নন্দেৰ তনয়
নিছয় জানিলো মনে।
তিনি ভুবনেৰ ঠাকুৰ সঙ্কৰ
বিফল ভৈ গেল ৰনে॥ ১১৪০
সৰ্ব্ব দেৱগনে বৈৰি তোমাৰ সনে
স্তুনা কি স্বৰূপ কথা।
হৰি সঙ্কৰেৰ কন্দল ভাঙ্গিলা
ব্ৰহ্মাক আনিয়া এথা॥ ১১৪১
জত জত প্ৰভু পূজা মহাদেৱ
দেৱে দেৱে নাহি ভিন্ন।

তেজিলা সমৰ দেৱতা সঙ্কৰ
আৰ কি ভালেৰ চিন্ন ॥ ১১৪২
ছাড়িয়া সমৰ দেৱ দিগম্বৰ
গৈলা জেবে কপিলাস।
কাৰ্ত্তিকেৰ সনে কৈলা ঘোৰ ৰন
দেখিতে লাগৈ তৰাস ॥ ১১৪৩
ক্রোঞ্চ মহিধৰ সহিতে কুমৰ
তাৰক বধিলা ৰনে।
নাজানি জুগুতি হেনয় সকতি
বিফল হৈ গৈল ৰনেজে ॥ ১১৪৪
ক্রোধে নাৰায়ন লৈয়া চক্রবান
কুমৰ বধিতে আসে।
পুত্র ৰাখিবাৰ দেৱি দিগম্বৰি
ছাড়িয়া আইল কৈলাসে ॥ ১১৪৫
জাৰ বৰে প্রভু তোমাৰ সাহাস
সে গৈল হাৰিয়া ৰনে।
ভাল নোহে তাৰ সনে বিসম্বাদ
সত্বৰে জাই সৰনেজে ॥ ১১৪৬
দুতেৰ বচন সুনিয়া তেখন
কোপে জলে বানাসুৰ।
হৰি পৰসনে পিতাম্বৰে ভনে
লাছাড়ি আতি মধুৰ জে ॥ ১১৪৭ ॥*॥

পদ ॥ বৈবসম্পায়নে বোলে কথা শুনা সুৰপতি।
বাণাসুৰৰ দুতেৰ বচন ৰাজা সুনিয়া সম্প্ৰতি॥
ৰণ-সজ্জা সহস্ৰেক ভুজ তুলি বোলে মাৰ মাৰ।
দেখা কেন মত নাডৰায় মৰিবাৰ॥ ১১৪৮
মঞি বানাসুৰ ৰাজা তৃভুবনে জানে।
মনুষ্যৰ ঠাই গিয়া পসিবো সৰনে॥
সঙ্কৰ কৈলাস গৈলা এৰা কোন কাজ।
মনুষ্যৰ সঙ্গে যুঝিতে কৈলা লাজ॥ ১১৪৯
কাৰ্ত্তিক ছৱাল কিবা ৰনৰস বুঝে।
আবুধ জাদৱ সে ছৱাল সঙ্গে জুঝে॥
দেৱেৰ মন্ত্ৰনা মোক কি কৰিতে পাৰে।
সকল দেৱতা সে জিনিছো বাৰে বাৰে॥ ১১৫০
প্ৰথম সংগ্ৰামে আজি বধো জদুৰাজ।
পাছেসে কৰিবো আন দেৱতাৰ কাজ॥
ৰাজা বোলে সাৰথি সত্বৰে ৰথ আন।
সাজ সেনাগন ৰনে কৰিবো পয়ান॥ ১১৫১
ভেৰুসন্দ কৈল সেজে ৰাজাৰ আদেসে।
অস্ত্ৰ সস্ত্ৰ লৈয়া সেনা আসিল নিসেসে॥
গজ তুৰঙ্গম সেনা সাজিলা প্ৰতি প্ৰতি।
পাৱভৰে টলবল কৰে বসুমতি॥ ১১৫২
ধনুৰ টঙ্কাৰে গজঘণ্টা কৰে ৰোল।
নৱখণ্ড খিতিতলে কৰয় উলোল॥

ৰাজাৰ আগত ৰথ যোগাইলা সাৰথি।
সেহিক্ষনে বিমঙ্গল দেখে দৈত্যপতি॥ ১১৫৩
এ বাম নয়ন ফান্দে আৰো বাম ভুজ।
অগ্রতে আসিয়া বিড়ালে কৰে জুদ্ধ॥
দক্ষিনে শৃকাল সর্প গৈল বাম পাসে।
দুৱাৰৰ কপাট লাগিল সিৰদেসে॥ ১১৫৪
গৃধিনি মণ্ডলে বেঢ়ি আক্রোস ৰাজাৰ।
ভাগিয়া পৰিল পুর্ণ কলস জাত্রাৰ॥
জলন্ত প্রদিপ নিমাইল বিনা বাতে।
খসিয়া পৰিল অস্ত্রসব হাত হৈতে॥ ১১৫৫
হেন বিমঙ্গল ৰাজা দেখি বিদ্যমানে।
গৰ্ব্বিষ্ঠ দানৱ কিছো মনত নাগুনে॥
সঙ্কৰক সুমৰি লৰিল জুঝিবাক।
দেখিয়া কুভাণ্ড মন্ত্রি বুঝাৱে ৰাজাক॥ ১১৫৬॥*॥

**॥ নাগ ৰাগঃ লাছাড়ি পদ ছন্দ॥**

অমঙ্গল দেখি কুভাণ্ডৰ বাধা

ভাল নোহে প্রভু হে
ভাল নোহে প্রভু নাজায়ো ৰনে।
মনুষ্য ৰূপে আইল নাৰায়নে॥ ১১৫৭
ভাল বোলে দুত সুন গোসাই।
স্বৰূপ হৰি হৰে ভিন নাই॥ ১১৫৮

নাবোল নাবোল মনুষ্য হৰি
সকল লোকৰে সে অধিকাৰি॥ ১১৫৯
সেহি নিৰঞ্জন সংসাৰে স্নাৰ।
নাহি আদি অন্ত ৰূপ আকাৰ॥ ১১৬০
নৰ ৰূপে সেহি গকুলে এথা।
পণ্ডিত লোকে কহে হেন কথা॥ ১১৬১
আছিলা কংস ৰাজা পৰাধান।
দেৱগনে জাৰ নাসহে টান॥ ১১৬২
তিনি লোকৰে সে অধিকাৰি।
হেন কংসাসুৰ বধিলা হৰি॥ ১১৬৩
মন্দৰ ধৰিয়া মথিলা কালি।
বধিলা ধেনু আৰো কংস মালি॥ ১১৬৪
ছৱাল কালেজে সুসিলা পুতনা।
সংগ্ৰামে তাকে ৰধে কোনজনা॥ ১১৬৫
জাত্ৰাৰ লক্ষন নেদেখো ভাল।
আগতে আসিয়া জুঝে বিৰাল॥ ১১৬৬
দক্ষিনে ফেৰুয়া ভুজঙ্গ বামে।
হেন দেখি কেন জাইবা সংগ্ৰামে॥ ১১৬৭
জদি আছে প্ৰভু ৰাজ্যেৰ আস।
জমাইৰ দুৰ কৰ নাগপাস॥ ১১৬৮
বিহা কৰাই ঝাণ্টে উসাৰ।
ভেট নাৰায়ন পৰম ৰঙ্গে॥ ১১৬৯

জাৰ তৰাসে সৰ্ব্ব দেৱ জান।
ছাড়িলা স্বৰ্গ ভয় দুখ মন॥ ১১৭০
বধিলা হৰি হেন সব বিৰ।
কে তাৰ আৰ আগে হৈবে থিৰ॥ ১১৭১
কুপিলা দানৱ মন্ত্ৰিৰ বোলে।
ঘৃত পায়া জেন অানল জলে॥ ১১৭২
ৰকত নয়ন কাম্পে সঘনে।
গোবিন্দদাস পিতাম্বৰে ভনে॥ ১১৭৩ ॥*॥

॥ পদ ॥ বৈৱসম্পায়নে বোলে কথা স্থনা জন্মিজয়।
মন্ত্ৰীৰ বচন স্থনি দানব দুৰ্জ্জয়॥
বাণৰ গৰ্ব্ব-বাণী অৰুন নয়ন ওঁঠ কাম্পে পৰতেক।
ললাটতে বাহিৰ হইল তিনি ৰেখ॥ ১১৭৪
ৰাজা বোলে স্থন কথা মন্ত্ৰি ৰে বৰ্ব্বৰ।
হেন বোল বুলিতে কি নাভাবিলে ডৰ॥
সিংহ হয়া কৰিবো শৃকালবেৱহাৰ।
ৰাজধৰ্ম্ম নাচিনস মন্ত্ৰি দুৰাচাৰ॥ ১১৭৫
এ তিনি ভুবনে মোৰ বিদিত কিৰিতি।
বিৰব্ৰত ছাড়িবাকে বোল কি জুগুতি॥
বৈৰ মাৰি ৰনে মৰে তাৰ হেন ধৰ্ম্ম।
মৰন জিৱন দোহে নোহে মন্দ কৰ্ম্ম॥ ১১৭৬

কোন সে বৰ্ব্বৰ জাতি নিজ ধৰ্ম্ম তেজি
সমুখ সংগ্ৰামে সত্ৰু তাকে গিয়া ভজি॥
আগে জাক নভজিব বিৰ অহঙ্কাৰ।
তেবে তাক নভজি সাস্ত্ৰেৰ বেৱহাৰ॥ ১১৭৭
সম্পদ বিপদ সব সহজ সংসাৰ।
উপজিলে অৱশ্যে মৰিব এক বাৰ॥
স্বধৰ্ম্মে মৰিলে যশ ঘোসে সৰ্ব্বজনে।
মন্ত্ৰি হৈয়া কুবুদ্ধি বোলহ কি কাৰণে॥ ১১৭৮
বিৰ হইলে সংগ্ৰাম পাইলে শঙ্কা কৰে।
তাৰ অপজশ কি সংসাৰে আৰ ধৰে॥
হৌক নিৰঞ্জন হৰি তৃভুৱনপতি।
তথাপি যুঝিবো লোকে ৰহিব কিৰিতি॥ ১১৭৯
জিউ যেবে তৃভুৱনে নধৰিব যশে।
মৰিলে মুকুতি পদ হৈবেক অৱশ্যে॥
সিংহ হুয়া এক দণ্ড ধৰিব জীৱন।
শৃকাল অমৰ পদে কোন প্ৰয়োজন॥ ১১৮০
ক্ষনিক জীৱন যশ ৰহে চিৰকাল।
লোকে ঘোষে কুযশ মৰণ তাৰ ভাল॥
মুৰ্খ মন্ত্ৰি লৈয়াজে ৰাজায়ে কৰে ৰাজ।
ৰাত্ৰি দিনে কুমন্ত্ৰণা নাহি ভাল কাজ॥ ১১৮১
এমন মন্ত্ৰিক আৰ ৰাখিবো কি কাজে।
বাপেৰ সেৱক কাজে থাকে মোৰ ৰাজে॥

ৰণ-ক্ষেত্ৰত বাণাসুৰৰ ভীষণ ৰূপ

এ বুলিয়া বানাসুৰে হৰ সুমৰিয়া।

চলিলা সংগ্ৰামে তবে ৰথত চৰিয়া॥ ১১৮২

চতুৰ্পাসে আগে পাছে সেনাগনে ধায়।

এক পিত সংগ্ৰামে প্ৰবেশ দৈত্যৰায়॥

সহস্ৰেক ভুজ বীৰ কৰিয়া উদণ্ড।

সহস্ৰ ফনাএ যেন বাসুকি প্ৰচণ্ড॥ ১১৮৩

কে আছে কে আইসে বুলি চাহে চক্ৰপানি।

হেন অদভুত ৰূপ নাহি দেখি শুনি॥

দেখিয় অনেক শৃঙ্গে যেন মহিধৰ।

নাহি লেখাজোখা কি এতেক ভুজ তাৰ॥ ১১৮৪

অনুমানে বুজিয়া ৰহিলা যদুপতি।

বৰ পৰাক্ৰম দেখো বলিৰ সন্ততি॥

শ্ৰীকৃষ্ণৰ সমুখত বাণৰ দৰ্প-বাণী

এ বুলিয়া নাৰায়নে কৈল সঙ্খধ্বনি।

দেখি বানাসুৰে কোপে বোলে দৰ্পবানি॥ ১১৮৫

থাক থাক হৰি তোৰ লৈবোহো পৰান।

যমপুৰি চলি যাহা হেন মনে জান॥

আৰ নেদেখিবি গিয়া দ্বাৰিকানগৰি।

মোৰ বানে ভুমিত শয়ন কৰা হৰি॥ ১১৮৬

নোহো মধু কৈটভা ধেনুকা কংসাসুৰ।

তিল এক সহ তোৰ গৰ্ব্ব কৰু চুৰ॥

আগে যমপুৰি তোৰ লৈ যাবো পৰাণ।

পাছে হলধৰক পঠাম যমথান॥ ১১৮৭

তোহোক মাৰিয়া যাইবো দ্বাৰকানগৰি।
সকল যাদৱ তোৰ আসিব সংহৰি॥
মানুষ হইয়া দুই থাকা ভুজ লৈয়া।
মৰিবাক আসিলি কুবুদ্ধি ৰসহায়া॥ ১১৮৮
দেখ সহস্রেক ভুজ যেন যমসম।
কোটি এক বাহুৰ সমান পৰাক্রম॥
প্রলয় কালৰ যেন বায়ুৰ আস্ফালে।
নিৰন্তৰে ঢেউ যেন সাগৰৰ জলে॥ ১১৮৯
মেঘ নাদ কৰে যেন গৰ্জ্জে ঘনে ঘন।
অগনি সমান যেন কম্পয় নয়ন॥
আকাসত থাকিয়া নাৰদ মহামুনি।
হাসিতে লাগিলা সে বাণেৰ কথা শুনি॥ ১১৯০
অক্ষয় অব্যয় তৃভুবনঅধিপতি।
তাক বধিবাক চাহে দানৱ দুৰ্ম্মতি॥
শ্রীকৃষ্ণৰ পৰিহাস
যোগপাত ভিৰিয়া বসিলা মহামুনি।
হাসে নাৰায়নে দানৱেৰ কথা শুনি॥ ১১৯১
বোলে ৰে দানৱ শুনা বলিৰ তনয়।
যে আতি সংগ্ৰামে বীৰ গৰ্ব্ব নাকৰয়॥
যতেক পৰান আছে কৰ মোকে ৰন।
জীৱন ৰাখিলে গৰ্ব্ব কৰস তেখন॥ ১১৯২
যাৱেবা পৰস মোৰ শৰেৰ প্রহাৰে।
অধোমুখে থাকিবাহা ধৰনি উপৰে॥

তবে যত গর্জ্জন সকলে উপহাস।
আৰ কি দানব কৰ জীৱনেৰ আশ॥ ১১৯৩
বাণ-কৃষ্ণ-সংগ্রাম
এ বুলিয়া ধনুক ধৰিয়া নাৰায়ন।
হাসি হাসি জুড়িলা প্রচণ্ড বানগন॥
যমদণ্ডসম চণ্ড তিনি শত সৰে।
ভেদিলন্ত সত্বৰে বানেৰ কলেৱৰে॥ ১১৯৪
ফুটিয়া শোনিত বহে বানেৰ শৰীৰে।
কোপে পঞ্চ শত ধনু তুলিলেক কৰে॥
লক্ষ সংখ্যা নিষিত হানিলা বানগনে।
আষাৰ শ্রাৱণে যেন পৰে বৰিষনে॥ ১১৯৫
পৰিঘ তোমল গদা শকতি মোছল।
সহস্রেক ভুজে হানে দৈত্য মহাবল॥
দৈত্যৰ বিক্রম দেখি কোপিত দৈত্যাৰি।
কাটিলা দৈত্যৰ অস্ত্র খণ্ড খণ্ড কৰি॥ ১১৯৬
বান চক্র গদা ঘায়ে মাৰে দৈত্যগন।
কোপিল প্রচণ্ড দৈত্য বলিৰ নন্দন॥
ধেনুত জুৰিল ভয়ঙ্কৰ অস্ত্র আতি।
আপোনে নির্ম্মিল মন দিয়া লোকপতি॥ ১১৯৭
হিৰণ্যকসিপু জিতো অস্ত্র আছা পাই।
তাত পাছে সেহি অস্ত্র লৈলা দৈত্যৰায়॥
বিধিৰ নির্ম্মাণ বান ৰনে অনিৰ্ব্বাৰ।
মাৰিলন্ত দৈত্য সৰ ভৈলা অন্ধকাৰ॥ ১১৯৮

অন্ধকাৰ গগনে নাদেখি দিগপাল।
সিদ্ধ মুনিগনে কৰে হাহাকাৰ॥
নবহে পৱন পক্ষিগনো. নসঞ্চৰে।
তিমিৰ লাগিয়া সৱে দহে কলেৱৰে॥ ১১৯৯
তেবে নাৰায়ন তৃভুবনঅধিকাৰি।
গুচাইলা তিমিৰ সে প্ৰজন্ত্ৰ সৰ মাৰি॥
ব্ৰহ্মদত্ত অস্ত্ৰ জেবে হইল বিনাস।
উপজিলা আকাশে দেৱৰ বড় হাস॥ ১২০০
ব্ৰহ্মাৰ নিৰ্ম্মান মহাঅস্ত্ৰ ভৈলা নাস।
অস্ত্ৰ নাস ভৈল দেখি হাসয় আকাসে॥
দুই কোপে একেবাৰে জলিলা দানৱ।
খেপিলা কৃষ্ণক সৰ কৰিআ লাঘৱ॥ ১২০১
একো একো মাৰিলন্ত লক্ষ লক্ষ সৰ।
ঢাকিল গগন দিস বিদিস সত্বৰ॥
বাণৰ বান হানি নাৰায়ণ জগতপ্ৰধান।
পৰাভৱ কাটিলা দৈত্যেৰ বান তিলপৰমান॥ ১২০২
সৰ কাটি সঙ্খধ্বনি কৈলা যদুপতি॥
জুড়িলা প্ৰচণ্ড সৰ খৰতৰ আতি॥
প্ৰথমে কৱচ কাটি কাটিলেক ধনু।
হাতৰ কাটিয়া সৰ ভেদিলেক তনু॥ ১২০৩
মুকুট কাটিলা হৰিসিত সবে আতি।
ধ্বজ দণ্ড পতকাজে কাটিলা সাৰথি॥

আৰো ৰথ তুৰঙ্গ কাটিলা চাপদণ্ড।
ধ্বজ দণ্ড পতকা কৰিলা খণ্ড খণ্ড॥ ১২০৪
পাছে ধৰি নাৰাচ নিসিত সৰপাটে।
ভেদিলা বানেৰ সিৰ হৃদয় ললাটে॥
মুৰ্চ্ছাগত হুয়া দৈত্য পড়িলা ভূমিত।
জয় জয় দেৱগনে বোলয় তাহাত॥ ১২০৫
আকাশে নাৰদে দেখে মুকুচিত বান।
জলেৰ কমল মুখ এ দুই নয়ান॥
নাচে গাৱে কতুহলে অঙ্গ হৰিসিত।
জয় জয় নাৰায়ন গাৱে নৃত্যগীত॥ ১২০৬
জনম জিৱন মোৰ সকলে সাফল।
মুকুচিত বানকে দেখিলো মহিতল॥
জে কাৰ্য্যে ধৰিলা প্ৰভু মনুস্যসৰিৰ।
সে কাৰ্য্যে সফল আজি কৰা জদুবিৰ॥ ১২০৭
গৰুড় আৰু ধ্বজ-ময়ূৰৰ যুদ্ধ
বৈসম্পায়নে বোলে কথা সুনা জন্মিজয়।
বানেৰ ময়ুৰধ্বজ কোপে আতিসয়॥
গৰুড়ক দেখিয়া আসিল কোপে ধায়া।
পাখাৰ প্ৰহাৰ দণ্ড মাৰিল তুলিয়া॥ ১২০৮
চঞ্চুৰ প্ৰহাৰ দিলা গৰুড় উপৰে।
ফুটিল গৰুড়সে ৰুধিৰ পড়ে ধাৰে॥
ময়ুৰৰ বিক্ৰম দেখিয়া পক্ষিৰাজ।
সিখেক ধৰিয়া গৈলা গগনেৰ মাঝ॥ ১২০৯

গৰুড়ে ময়ুৰে জুদ্ধ হইল আকাসে।
মেৰুৰ সিখৰ কাম্পে পাখাৰ বতাসে॥
তেবে আতি জলি সেজে গৈলা খগপতি।
দুই পাৰ সিখৰ কণ্ঠত দিলা জান্তি॥ ১২১০
পাখাৰ প্ৰহাৰ তাকে কৈলা আকাসত।
ফেলাইল আকাস হইতে ধৰনিতলত॥
অৰুচিতে পৃথিবিতে পড়িয়া ময়ুৰ।
তেবে আতি গুনিতে লাগিলে বানাসুৰ॥ ১২১১
মন্ত্ৰিৰ বচন নুসুনিলো অহঙ্কাৰে।
আপুনি কৰিলো সৰ্ব্বনাস আপুনাৰে॥
সংগ্ৰামসাগৰ মোৰ হইল আপাৰ।
হেনজনা নাহি কেহো হয়তো কণ্ডাৰ॥ ১২১২
কেৱে কিছো নোহে জাৰা গৰ্ব্ব কৰে।
তেখনে মিলন ভৈল গোবিন্দে সঙ্কৰে॥
হেন জনা নাহি মোৰ কৰে প্ৰতিকাৰ।
মন মাঝে বিস্তৰ ভয় হইল ৰাজাৰ॥ ১২১৩
শঙ্কৰন্ধু ৰথত উঠি বাণে পুনৰ্ব্বা যুজে
সেৱকবৎসল সঙ্কৰ তুষ্ট ভৈল আতি।
বানেৰ ব্যাকুল দেখি দায়া ভৈল মতি॥
নন্দিকে আদেশ তেবে কৈলা সুলপানি।
চল ঝাণ্টে নন্দিস্বৰ মোৰ আজ্ঞা মানি॥ ১২১৪
মোৰ অস্ত্ৰ ৰথ লৈয়া চলহ সত্বৰ।
বানাসুৰ জুঝোক হুয়ো সাৰথি ৰথৰ॥

বানক ৰাখিতে মোৰ ৰথ জাহ লৈয়া।
চলিল তেখনে নন্দি প্ৰনাম কৰিআ॥ ১২১৫
ৰথ লৈয়া আসিলা জথাত বানাসুৰ।
বুলিতে লাগিলা নন্দি বচন মধুৰ॥
সঙ্কৰৰ আদেসে চড়হ দিব্য ৰথে।
কৰহ সংগ্ৰাম অস্ত্ৰসস্ত্ৰ লৈয়া হাতে॥ ১২১৬
সুনিয়া হৰেৰ আজ্ঞা বান নৰপতি।
ৰথত চড়িলা নন্দি হইল সাৰথি॥
ব্ৰহ্মশিৰ নামে অস্ত্ৰ সঙ্কৰেৰ লৈয়া।
ধনুতে জুড়িলা দৈত্য মহাকোপ হয়া॥ ১২১৭
অতি পৰচণ্ড তেজ দেখিতে তৰাস।
জেহি অস্ত্ৰে তৃপুৰ বধিলা দিগবাস॥
হাতে সৰাসন লৈয়া বোলে সুন হৰি।
এহি সৰে মৰিয়া দেখস জমপুৰি॥ ১২১৮
দানৱেৰ বচন সুনিয়া জদুমনি।
ধৰিলন্ত চক্ৰ ভয়ঙ্কৰ ৰূপ জেনি॥
হাত্তে দৈত্যৰ বান ফেলাইল কাটিয়া।
বোলে কিছো নাৰায়ন হাসিয়া হাসিয়া॥ ১২১৯
শ্ৰীকৃষ্ণৰ চক্ৰ-আৰোপণ
হৰি বোলে তোৰ বান জতেক কিৰিতি।
প্ৰচণ্ড প্ৰতাপ তোৰ আজি গৈলা কতি॥
জত গৰ্ব্ব কৰিলা সে কি কৰিতে পাৰ।
সমুখে আছোহো মঞি ঝাণ্টে ৰন কৰ॥ ১২২০

পূৰ্ব্বে ছিলা কাৰ্ত্তিক-জে-বিৰ্য্য নৰপতি।
সহস্ৰ বাহুৰ গৰ্ব্বে দৰ্প কৰে আতি॥
পাছেসে পৰসুৰামে সংগ্ৰাম কৰিয়া।
কাটিলা সহস্ৰ বাহু পৰসু ধৰিয়া॥ ১২২১
সেহিমতে বাহু তোৰ কাটিবো সকলে।
গৰ্ব্বিষ্ঠ দানৱ সে সহস্ৰবাহুবলে॥
থাক থাক বানাসুৰ বলিৰ তনয়।
তাৰ অনুক্ৰমে তোৰ ছেদো বাহুচয়॥ ১২২২
এহি বুলি বাসুদেৱে চক্ৰ লৈলা হাতে।
আপনাৰ বিষ্ণুতেজ আৰোপিল তাতে॥
চক্ৰ দেখি হৰিসিত সৰ্ব্ব দেৱগনে।
আপুনাৰ তেজে চক্ৰ কৈলা আৰোপনে॥ ১২২৩
বজ্ৰ আপুনাৰ তেজ চক্ৰে আৰোপিল।
সহস্ৰনয়ন নিজ তেজ চক্ৰে দিল॥
জত জত অগ্নি তেজ দিলেক আপুনে।
ঋষি মুনি ব্ৰহ্মচাৰি প্ৰতি সিদ্ধগনে॥ ১২২৪
পতিব্ৰতা নাৰি জত তিনি লোকে বৈসে।
গন্ধৰ্ব্ব কিন্নৰ জত পিসাচ ৰাক্ষসে॥
সপত সাগৰ সপ্তদ্বিপা বসুমতি।
নৱগ্ৰহ অষ্টবসু দস দিগপতি॥ ১২২৫
মেৰু মহীধৰ আদি জতেক পৰ্ব্বত।
এ সিংহ গৰুড় আদি পশু পক্ষি জত॥

অনন্ত বাসুকি আৰো যত নাগগন।
সবাহাৰে তেজ চক্রে কৈল আৰোপন॥ ১২২৬
আতি পৰচণ্ড জাৰ সহস্রেক ধাৰ।
পুঞ্জে পুঞ্জে অগনি উছলে বাৰম্বাৰ॥
হাতে লৈলা চক্র তৃভুবনসিৰোমনি।
দেৱগনে আকাসে দুন্দুভি সঙ্খধ্বনি॥ ১২২৭
কৈলাসত থাকিয়া দেখিলা ভুতপতি।
বানাসুৰ ৰাখিবাক মনে উমাপতি॥

ৰণ-ক্ষেত্ৰত পুনৰ দিগম্বৰ মহামাষা

হৰে বোলে ঝাণ্টে দেৱি জাহ ৰণমাঝ।
পুৰ্ব্ব ৰূপে ৰাখ গিয়া বান দৈত্যৰাজ॥ ১২২৮
চক্র লৈলা নাৰায়ন কৰি কোপ মন।
ঝাণ্টে ৰাখ গিয়া হৰি চক্র মাৰে জোন॥
ত্ৰৈলোক্যদুৰ্জ্জয় চক্র মাৰিলে শ্ৰীহৰি।
নাহিকে নিস্তাৰ দৈত্য যাইব যমপুৰি॥ ১২২৯
হৰেৰ বচন তেবে সুনি মহামায়া।
আসিলা সংগ্ৰামস্থলি দিগম্বৰি হয়া॥
বিমুখে শ্ৰীহৰি বোলে আইলে আৰোবাৰ।
পাতিলি উপায় বানাসুৰ ৰাখিবাৰ॥ ১২৩০
বধিবো বানক আজি নাহি প্ৰতিকাৰ।
জানা মোৰ চক্র তৃভুবনে অনিৰ্ব্বাৰ॥
দেৱি বোলে জগতৰ তুমি অধিকাৰি।
অনন্ত অব্যয় তুমি মুকুন্দ মুৰাৰি॥ ১২৩১

স্বষ্টিকৰ্ত্তা তুমি পদ্মনাভ ৰীসিকেস।
স্বৰূপে উত্তম তুমি সংসাৰ নিসেস॥
স্থনা কিছু কহি দেৱদেৱ ভগৱান।
বানাস্থৰ জ্ঞানা মোৰ কাৰ্ত্তিকসমান॥ ১২৩২
জাক পুত্ৰ বুলি হৰে দিয়াছন্ত বৰ।
সে বোল বৃথা কেনে কৰা দামোদৰ॥
বানেৰ প্ৰাণ দান দেহ জদুমনি।
নাৰায়নে বোলে কথা শুনহ ভৱানি॥ ১২৩৩
তোমাৰ বচনে প্ৰাণ ৰাখিবো ইবাৰ।
কৃষ্ণই বাণৰ সহস্ৰ বাহু ছেদ কৰে
কিন্তু অঙ্গিকাৰ কৈলো বাহু ছেদিবাৰ॥
দুই বাহু থৈয়া আৰ কাটিবো সকলে।
দেৱতাক অহঙ্কাৰ কৰে জাৰ বলে॥ ১২৩৪
এহি বুলি কৈলা হৰি চক্ৰেৰ সন্ধান।
কাটিলা সহস্ৰ বাহু ৰাখি দুইখান॥
গৈৰিক পৰ্ব্বত জেন দেখি শৃঙ্গহিন।
আসেস বৃক্ষৰ জেন বহু সাখা হিন॥ ১২৩৫
সাল তাল বৃক্ষ জেন দেখি বাহুচয়।
হেন সহস্ৰেক বাহু সবে হৈল ক্ষয়॥
দুইজন হেন সহস্ৰেক বাহু তাৰ।
চিণ্ডিয়া পড়িল পায়া চক্ৰেৰ প্ৰহাৰ॥ ১২৩৬
বানেৰ বাহুক কাটি দেৱ চক্ৰপানি।
বিপৰিত সবদে কৰিলা সঙ্খধ্বনি॥

স্বৰ্গ মৰ্ত্ত পাতাল ত্ৰৈলোক্য জয় জয়।
সুনিয়া বানেৰ আতি কুপিত হৃদয়॥ ১২৩৭

বাণাসুৰৰ পুনৰ বাণ-সন্ধান

এক হাতে লৈয়া ধনু আৰ হাতে বান।
থাক থাক হৰি তোৰ লৈবোহো পৰান॥
এহি বুলি অধৰ কামুড়ি দৈত্যপতি।
হানিলা প্ৰচণ্ড অগ্নিবানগন আতি॥ ১২৩৮
পুনু গোবিন্দেৰ পায়া চক্ৰেৰ সন্ধান।
হলধৰ সৰিবে ভেদিলা দসবান॥
হলধৰ ভেদিয়া ভেদিলা পাঞ্চসৰ।
তিক্ষ দুই বিসিখে ভেদিলা পাঞ্চসৰ॥ ১২৩৯
ধনু থুআ সিংহনাদ কৈল দৈত্যপতি।
কুপিলা মাধৱ দেখি দানৱেৰ মতি॥
আৰোবাৰ কৰে চক্ৰ ধৰিলা তুলিয়া।
সহস্ৰেক সুৰ্য্য কেন উঠিল জ্বলিয়া॥ ১২৪০

ৰণক্ষেত্ৰলৈ হৰৰ আগমন, বাণাসুৰৰ প্ৰাণ-ৰক্ষা

বানক বধিতে মন কৈল নাৰায়ন।
কৈলাস ছাড়িয়া হৰ আসিলা তেখন॥
গোবিন্দেৰ আগত ৰহিলা উমাপতি।
মিনতি বচন বোলে মধু বোলে আতি॥ ১২৪১
তুমি দেৱদেৱ তৃভুবনঅধিকাৰি।
পুৰুসউত্তম নাৰায়ন চক্ৰধাৰি॥
সকল জগতে তোমাৰেসে উতপন।
কেসিক নাসন ব্ৰহ্মময় নাৰায়ন॥ ১২৪২

সকল লোকৰ হৰি তুমি এক গতি।
তোমাক জিনিতে পাৰে কাহাৰ সকতি॥
পৰসন কৰি প্ৰভু স্থন এক কথা।
বানাস্থৰ দেখি মোৰ বড়ে লাগে বেথা॥ ১২৪৩
সত্বৰে সামৰ চক্ৰ প্ৰভু নাৰায়ন।
বানাস্থৰ জানা মোৰ কাৰ্ত্তিকসমান॥
বানেৰ জিৱন দান দেহ চক্ৰপানি।
সে কৰিহ যেন মোৰ ব্যৰ্থ নোহে বানি॥ ১২৪৪
জত দায়া দেখিলা আমাৰ কাৰ্ত্তিকক।
তাতোধিক দসগুন বান দানৱক॥
তুমিসে প্ৰসিদ্ধ নাৰায়ন ৰীসিকেস।
নাকৰিহ বানেৰ পৰান অৱসেস॥ ১২৪৫
ঐসান্যেৰ বচন স্থনিয়া ভগৱান।
বুলিবে লাগিলা তেবে জগতপ্ৰধান॥
দেৱদেৱ মহেশ্বৰ জগতে বিদিত।
তোমাৰ আদেশ মিছা নোহে কদাচিত॥ ১২৪৬
ক্ষেমিলো বানক হেৰা দিলোহা তোমাক।
কৰোহো প্ৰণাম কোপ নাকৰ আমাক॥
এহি বুলি নাৰায়নে কৈলা সমৰ্পন।
বৃসভজানে কৌতুকে আসিলা তৃনয়ন॥ ১২৪৭
নন্দি বোলে বানাস্থৰ মোৰ বোল ধৰ।
সঙ্কৰেৰ ঠাই গিয়া ঝাণ্টে নৃত্য কৰ॥

হৰৰ সমুখত বাণাসুৰৰ নৃত্য-গীত আৰু প্ৰমথৰ অধিপতি-পদ-লাভ

মনেৰ বাঞ্ছিত বৰ পাইবি দৈত্যপতি।
নৃত্য গিতে সঙ্কৰে সন্তোষ বড় আতি॥ ১২৪৮
সুনিয়াসে বানাসুৰ নন্দিৰ উত্তৰ।
গৈল জথা আছে দেৱদেৱ মহেশ্বৰ॥
নিৰন্তৰে গাৱৰ সুনিত পড়ে ধাৰে।
তথাপি হৰেৰ আগে নৃত্যগিত কৰে॥ ১২৪৯
সেৱকবৎসল তুষ্ট ভৈল তেতিখনে।
মধুৰ বচনে তেবে সোধে তৃনয়নে॥
বৰ লহ তোৰ মনে জেহি অভিলাস।
জেহি চাহ সকলে পুৰিবো তোৰ আস॥ ১২৫০
বানাসুৰে বোলে মোক জেবে দিবা বৰ।
প্ৰথমে কৰহ মোক অজৰ অমৰ॥
হেন হোক হাসিয়া বুলিলা পসুপতি।
আৰো বৰ মাগ বান জেহি তোৰ মতি॥ ১২৫১
বানাসুৰে বোলে প্ৰভু চক্ৰেৰ প্ৰহাৰে।
গোবিন্দে কাটিলা বাহু বিসম সমৰে॥
তাহাৰ বেথায় থিৰ নোহে কলেৱৰ।
গুচোক চক্ৰেৰ বিস দেহ এহি বৰ॥ ১২৫২
অস্তু বুলি হৰে বোলে লহ আন বৰ।
বানাসুৰে বোলে প্ৰভু তৃদসইশ্বৰ॥
পূৰ্ব্বে আছিলোহো মঞি সহস্ৰেক ভুজ।
দুইখান থআ কাটলেক যদুৰাজ॥ ১২৫৩

বিৰূপ সৰিৰ মোৰ সুন্দ দেখি আতি
পূৰ্ব্ব ৰূপ হোক বৰ দেহ পশুপতি ॥
হেন সুনি হৰ বেলে সুনা দৈত্য বান।
মনেৰ বাঞ্ছিত বৰ মাগি লোউ আন ॥ ১২৫৪
বানাসুৰে বোলে প্ৰভু সহস্ৰেক ভুজে।
সকল বিপক্ষ জিনি আছো দেৱৰাজে ॥
দুই ভুজে হোক মোৰ ততেক বিক্ৰম।
হৰে বোলে আৰো বোল জেহি মনোৰম ॥ ১২৫৫
হাত জোড়ে বোলে বানাসুৰ গঙ্গাধৰ।
অৱধান কৰ গোসাঁই মাগো এক বৰ ॥
প্ৰমথগনেৰ মোক পাত অধিপতি।
মহাকাল নাম মোৰ হোক পশুপতি ॥ ১২৫৬
সুনিতপুৰত মোৰ নাহি আৰ কাজ।
সদায় থাকিবো প্ৰভু তোমাৰ সমাজ ॥
হেন হোক বুলিলা বৃষদেৰ অধিপতি।
প্ৰমথগনেৰ তাকে কৈলা অধিপতি ॥ ১২৫৭
তেবে বসুমতিৰ খণ্ডিলা মহাভাৰ।
গুচিল সকলে তেবে ভয় দেৱতাৰ ॥
পৰম কৌতুকে আতি নাচে দেৱগনে।
হৰি পৰসনে কৰি পিতাম্বৰে ভনে ॥ ১২৫৮ ॥*॥

॥ নাট ৰাগ ঃ লাছাড়ি পদ ছন্দ ॥

ত্রিভুবনৰ আনন্দ-উৎসৱ

হৰি জাদৱ করুনাময়,
জয় জয় ঘোষে দেৱগনে।
স্বৰ্গ মঞ্চ পাতাল নাচন্ত তৃভুবনে॥ ১২৫৯
ৰাজ্য ছাড়িয়া জদি গৈল বানাসুৰ।
ই তিনি ভুবনেৰ তৰাস গৈলা দুৰ॥ ১২৬০
কুবেৰ বৰুন জম নাচে বসুমতি।
ঐৰাৱতে চড়ি নাচে দেৱ সচিপতি॥ ১২৬১
সান্ত হয়া আইল তেবে আৰ নাহি ডৰ।
সঙ্কা ছাড়িয়া গৈলা আপুনাৰ ঘৰ॥ ১২৬২
মলয় পবন বায়ু বহে আপুন সুখে।
লহৰি তৰঙ্গে সাগৰ নাচন্ত কৌতুকে॥ ১২৬৩
গগনে থাকিয়া বিদ্যাধৰে কৰে নৃত্য।
সকল গন্ধৰ্ব্ব গায় সুমঙ্গল গিত। ১২৬৪
দেৱগনে বোলে গোসাই সুন জদুৰাজ।
জে কাৰ্য্যে মনুষ্য হৈলে কৈলে সবে কাজ॥ ১২৬৫
মুনিগনে বোলে বেদ সঙ্কা ছাড়ি মনে।
জয় জয় নাৰায়ন ঘোষয় সঘনে॥ ১২৬৬
গুচিল সবাৰে ভয় হেন কহে শুনি।
কহে পিতাম্বৰ পৰসনে জদুমনি॥ ১২৬৭ ॥*॥

॥ পদ ॥ বানাসুৰ গৈলা জেবে ৰাজ্য পৰিহৰি।
ভৈলা গিয়া প্ৰমথগনৰ অধিকাৰি॥
তেবে বসুমতিৰ খণ্ডিল মহাভাৰ।
তৃভুবনে হৈলা তেবে আনন্দ আপাৰ॥ ১২৬৮

উষাৰ আগত চিত্ৰলেখাৰ যুদ্ধ-বিৱৰণ

চিত্ৰৰেখা সবে কথা সুনিয়া আসেষ।
কৌতুকে চলিলা উষা কুমাৰিৰ পাস॥
হাসি হাসি চিত্ৰলেখা বোলে মধু বানি।
সুন উসা সসিমুখি ৰনেৰ কাহিনী॥ ১২৬৯
স্বামীৰ কুসল তোৰ মনোৰম সিদ্ধি।
আৰো তোৰ বাপেৰ প্ৰসন্ন হৈল বিধি॥
আপদে সম্পদ তোৰ হইল প্ৰচুৰ।
হৈল গিয়া প্ৰমথগনেৰ অধিকাৰ॥ ১২৭০
তোৰ সম ভাগ্যৱতি নাৰি নাহি আন।
বাপেৰ সম্পদ তোৰ স্বামিৰ কল্যান॥
একেলগে ভৈল তোৰ উভয় আনন্দ।
তোৰ পুণ্যফল হৈল বিধিৰ নিবন্ধ॥ ১২৭১
উসা বোলে বিবৰণ কহা প্ৰানসখি।
জতেক ৰনেৰ কথা তুমি আইলা দেখি॥
চিত্ৰলেখা বোলে সুনা পৰানেৰ সখি।
জেন মত কাৰ্য্য ভৈলা কহো পুনৰুপি॥ ১২৭২
কুমাৰক বান্ধিলা তোমাৰ জদি বাপে।
সুনিয়া আসিলা নাৰায়নে বড় কোপে॥

নাৰদেৰ মুখে কথা সকলে স্তনিয়া।
আসিলন্ত তিনি দেৱ গৰুড়ে চড়িয়া॥ ১২৭৩
নাৰায়ন আসিলা আৱৰ হলধৰ।
আইল আৰো কামদেৱ সম্বৰ তোমাৰ॥
আকাশি গঙ্গাৰ ধাৰ গৰুড়ে আনিয়া।
নিমাইল অগ্নিৰ গড় জল সিঞ্চাৰিয়া॥ ১২৭৪
নগৰ ভিতৰে জদি আইলা জদুনাথ।
প্ৰথমে জুঝিতে গন পাঠাইলা প্ৰমুখ॥
সে গন সহিতে যুদ্ধ ভৈল ভয়ঙ্কৰ।
ভঙ্গ হুয়া আইলা সৱে নগৰ ভিতৰ॥ ১২৭৫
তেবে আইলা অঙ্গিৰা সাজিয়া সেনাগন।
গোবিন্দেৰ বানে গৈলা জমেৰ কৰন॥
স্তনিয়া তোমাৰ বাপ কোপে জলে আতি।
পঠাইলা জুঝিতে জৰাস্তুৰ সেনাপতি॥ ১২৭৬
প্ৰথমে ভেদিলা জৰ হলধৰ বিৰে।
প্ৰবেস কৰিলা তেবে হৰিৰ সৰিৰে॥
কোপে নাৰায়ন তেবে দৈবকিনন্দন।
স্ৰজিলন্ত বিষ্ণুজৰ আতিজে গহন॥ ১২৭৭
দুই জৰে জুদ্ধ তেবে হইল প্ৰচুৰ।
জিনিয়া বৈষ্ণৱি জৰ ভঙ্গ জৰাস্তুৰ॥
পৰিলা পৃথিৱিতলে মৰিবাৰ তৰে।
জৰাস্তুৰে কৈল স্তুতি অনেক কাতৰে॥ ১২৭৮

স্তুতি স্তুনি নাৰায়ন পৰম দায়ায়।
জৰাক নামাৰি কৃষ্ণে দিলন্ত বিদায়॥
তেৱে আসি হৰে জুদ্ধ কৈলা ভয়ঙ্কৰ।
দেখিয়া নামিলা ব্ৰহ্মাদেৱ পুৰন্দৰ॥ ১২৭৯
দুইকো কৰিয়া স্তুতি পৰম মিনতি।
কৈলাসক চলি গৈলা দেৱ পস্তুপতি॥
সঙ্কৰ গৈলন্ত জদি আপুন থানকে।
তেবে আসি কাৰ্ত্তিকেয়ো জুঝিলা কৃষ্ণকে॥ ১২৮০
জেহি অস্ত্রে তাৰকে বধিলা পুৰ্ব্বকালে।
হেন সক্তি হুঙ্কাৰে পড়িলা মহিতলে॥
কাৰ্ত্তিকক 'বধিবাকে চক্র লৈলা হৰি।
তেবে আইলা গোসানি, হইয়া দিগম্বৰি॥ ১২৮১
হৰিক বিনয় বুলি কাৰ্ত্তিকক লৈয়া।
গৈলা কৈলাসকে তেবে আনন্দিত হয়া॥
তেবে তোৰ বাপ সখি আসিল আপুনে।
কৰিলা অনেক জুদ্ধ গোবিন্দেৰ সনে॥ ১২৮২
তেবে নাৰায়ন কৈলা চক্রেৰ সন্ধান।
কাটিলা সহস্র ভুজ ৰাখি দুইখান॥
শিৱ ছেদিবাক পুনু চক্র লৈলা হৰি।
কৈলাস ছাড়িয়া তেবে আইলা তৃপুৰাৰি॥ ১২৮৩
গোৱিন্দক বিনয় বুলিলা গঙ্গাধৰ।
হেন শুনি চক্র নিবাৰিলা দামোদৰ॥

হৰে বৰ দিলা আনি তোমাৰ পিতাক।
অজেয় অমৰ হুয়া মোৰ পুৰে থাক॥ ১২৮৪
মহাকাল নগৰৰ হইস সেনাপতি।
বানাসুৰ মহাদেৱ থাকিলা সঙ্গতি॥
তোৰ মনোৰথ সিদ্ধি ভৈল সসিমুখি।
সকল বৃতান্ত আছো আকাসত দেখি॥ ১২৮৫
উসা বোলে স্বৰুপে স্বৰুপে সসিমুখি।
এসকল কথা কি আছিলা তুমি দেখি॥
প্ৰতি প্ৰতি তাহাক কহিলা চিত্ৰলেখা।
জতেক প্ৰসাদ দিলা নাহি লেখাজোখা॥ ১২৮৬
উসা বোলে প্ৰাণসখি প্ৰসাদে তোমাৰ।
স্বামিৰ সম্পদ মোৰ সম্পদ পিতাৰ॥
চিত্ৰলেখা হাতে ধৰি উসা মহাসতি।
গুপুতেৰ কথা সবে কহিলা সম্প্ৰতি॥ ১২৮৭
প্ৰাসাদে চড়িয়া উসা বানেৰ কুমাৰি।
হাসিয়া হাসিয়া চিত্ৰলেখা কৰে ধৰি॥
আৰ বাৰ উষা বোলে শুনা প্ৰাণ সখি।
কোন জন নাৰায়ন দেখা হাসমুখি॥ ১২৮৮
কৃষ্ণৰ পৰিচয় চিত্ৰলেখা বোলে শুনা স্বষ্টিৰ গোচৰ।
তিনি দেৱ একে সঙ্গে গৰুড় উপৰ॥
নৱজলধৰৰুচি শ্যামল সুন্দৰ।
অষ্টভুজ দেখ যেন অঞ্জনভুধৰ॥ ১২৮৯

কণ্ঠত কৌস্তুভ মনি শ্ৰীবৎসঅঙ্কিত।
প্ৰফুল্ল কমলদল নয়ন শোভিত।
মকৰ কুণ্ডল দুলে গাৱে পীত বাস।
ত্ৰিভুবনমোহন মধুৰ যাৰ হাস॥ ১২৯০
ষোল সহস্ৰেক গোপি যাহাৰ জুৱতি।
এহি নাৰায়ন তোৰ পতি জাৰ নাতি॥
বলৰামৰ পৰিচয় তাৰ বড় ভাই দেখ বীৰ হলধৰ।
কৈলাস পৰ্ব্বত যেন যাৰ কলেৱৰ॥ ১২৯১
সদা মধুপানে মত্ত ভয় লাগে দেখি।
প্ৰভাতেৰ সূৰুজ অৰুন দুই আখি॥
নাঙ্গল মুষল গদা দেখি যাৰ হাতে।
ৰত্নময় উজ্জ্বল মুকুতা শোভে মাথে॥ ১২৯২
এ নিল দুকুল সখি যাৰ পৰিধান।
স্বৰ্গ মৰ্ত্ত্য পাতালে নসহে যাৰ টান॥
কলহ কৰিয়া পূৰ্ব্বে যমুনাৰ জলে।
পুতিয়া পেলাইবো তোক কোপমনে বোলে॥ ১২৯৩
উত্তৰ পৃথিৱীতলে দিয়াত লাঙ্গল।
কত দুৰ আলগ কৰিলা ভুমণ্ডল॥
দেৱতাৰ বচনে এৰিলা তবে হাল।
ৰহিল পৃথিৱী হৈয়া এ দক্ষিণঢাল॥ ১২৯৪
নিৰন্তৰে কোপমতি কিবা ৰাত্ৰি দিনে।
হেন হলধৰ দেখ হৰিৰ দক্ষিনে॥

কামদেৱৰ পৰিচয়

আৰ বীৰ দেখা ৰূপ ত্ৰিভুবনে সাৰ।
তিনি লোকে উপমা নাহিকে ৰূপ যাৰ॥
মৃগমদ চন্দনে যাৰ শৰীৰ প্ৰকাশে।
ছুতপৰিমলে যাৰ শৰীৰ সুবাসে॥
শঙ্কৰেৰ সহিতে পৰম্ ৰিপু যাৰ।
বিচলে মুনিৰ মন কাৰ কথা আৰ॥ ১২৯৬
আছ্য দেৱ অন্তে কীট যত ত্ৰিভুবন।
সৱে উনমত্ত হয় যাৰ পুষ্পবানে॥
পিঠিত তূনিৰ শৰ শৰাসন হাতে।
ৰত্নময় মুকুট উজ্জ্বল শোভে মাথে॥ ১২৯৭
সৱাৰ মনত সখি উপজে তেখন।
তোমাৰ শশুৰ এহে মকৰকেতন॥
শুনিয়া কামেৰ নাম হেট কৈলা মাথা।
প্ৰাসাদে নামিয়া আইল প্ৰাননাথ যথা॥ ১২৯৮

চিত্ৰলেখাৰ প্ৰকৃত উদ্দেশ্য

অনন্তৰে নাৰদত পুছে যদুপতি।
নাগপাশে অনিৰুদ্ধ বন্দি আছে কতি॥
হেন বেলা চিত্ৰলেখা আইলা বিদ্যমানে।
প্ৰনাম কৰিলা পৰি হৰিৰ চৰনে॥ ১২৯৯
চিত্ৰলেখা দেখিয়া হৃদয়ে বোলে হৰি।
এহি কন্যা উষা হৈব বানেৰ কুমাৰি॥
হৰি বোলে কে তায় পৰম ৰূপৱতী।
হাসিয়া নাৰদে বোলে শুনা লক্ষ্মীপতি॥ ১৩০০

দ্বাৰকাত তোমাত কহিলো যাৰ কথা।
কুমাৰক হৰিয়া যে আনি আছে এথা॥
সুৰপুৰে ভুৱনৰ পৃথিবীতলে দেখি।
এহি চিত্ৰলেখা সে উষাৰ প্ৰাণসখি॥ ১৩০১
চিত্ৰলেখা ডড়াইল নাৰদেৰ বোলে।
কিবা কৰে নাৰায়নে ডৰে তনু হালে॥
কুমাৰক হৰিয়াছি কৰিয়া অকাজ।
বুঝিয়া হৰিক তবে বোলে মুনিৰাজ॥ ১৩০২
তিলেক ইহাৰ দোষ নাহি নাৰায়ন।
দেৱৰ কাৰ্য্যত চিত্ৰলেখাৰ যতন॥
বানাসুৰ নষ্ট হৌক হেন ভাবি চিত্তে।
পাঠাইল সকল দেৱে কুমাৰ হৰিতে॥ ১৩০৩
নাকৰ ইহাক কোপ প্ৰভু শ্ৰীহৰি।
কৰিলা দেৱৰ কাজ এহি বড়নাৰী॥
স্বৰূপ নিৰ্গুন যেবে কহে গুন তাৰ।
দেৱৰাজ কথা কহে আনন্দ অপাৰ॥ ১৩০৪
যে কাজে পৃথিবী উদিৰ নাহইলা।
মাৰিয়া অনেক দৈত্য দেৱ উদ্ধাৰিলা॥
পৰসন হয়া প্ৰভু কৰিয়া আশ্বাস।
মবে জানো চিত্ৰলেখা পাইয়া তৰাস॥ ১৩০৫
নাৰদেৰ বচনে হাসিয়া নাৰায়নে।
বোলে চিত্ৰলেখা শঙ্কা নকৰিব মনে॥

অনিৰুদ্ধৰ বন্ধন-মোচন

যথা অনিৰুদ্ধ বন্দি চল তথা যাই'।
যাৰ কাজে আইলো তাক দেখিতে নাপাই ॥ ১৩০৬
চিত্ৰলেখা গোবিন্দৰ বচন শুনিয়া।
শঙ্কা দুৰ গেল কহে প্ৰনাম কৰিয়া ॥
হেন দেখ নাৰায়ন. আবাস উষাৰ।
কনকৰতনমনিময় জাতিষ্কাৰ ॥ ১৩০৭
আছে অনিৰুদ্ধ প্ৰভু উষাৰ আবাসে।
বানাসুৰে সংগ্ৰামে বান্ধিছে নাগপাশে ॥
চিত্ৰলেখা বচন শুনিয়া নাৰায়ন।
অনিৰুদ্ধ স্থান লাগি কৰিলা গমন ॥ ১৩০৮
বীৰ হলধৰ যে চলিলা বাম পাশে।
দক্ষিনে মদনপুত্ৰ দেখিবাৰ আশে ॥
চিত্ৰলেখা সঙ্গে কৰি কৰিলা গমন।
উষাৰ আবাসে তিনি বীৰ উপসন ॥ ১৩০৯
দেখিলা কুমাৰতনু বন্দি হুয়া আছে।
চাৰি পাশে সৰপে বেঢ়িছে আগে পাছে ॥
এক পাশে উষা তিনিভুৱনমোহিনী।
হেনভাৱে কুমাৰিক দেখে চক্ৰপানি ॥ ১৩১০
গৰুড়ক দেখি বড় ডৰাইল ভুজঙ্গ।
পলাইল সকলে ছাৰি কুমাৰৰ অঙ্গ ॥
বন্ধনমুকুত ভৈল কামেৰ নন্দন।
আকাশত জয় জয় দুন্দুভিনিসান ॥ ১৩১১

দেৱ যক্ষ কিন্নৰ গন্ধৰ্ব্বগনে নাচে।
পাতালত বাসুকি ভুজঙ্গ যত আছে॥
কুসুম বৰিষি বহে মলয়া সমীৰ।
যেখনে বন্ধনমুক্ত অনিৰুদ্ধ বীৰ॥ ১৩১২
প্ৰসন্নবদন পঞ্চশৰেৰ কুমাৰ।
হলধৰচৰনে কৰিলা নমস্কাৰ॥
পাছে একমন হৈয়া কৈলা বহু স্তুতি।
অনিৰুদ্ধৰ কৃষ্ণ-স্তুতি
জয় জয় সকল লোকৰ অধিপতি॥ ১৩১৩
মিন ৰূপেযে কৰিলা নিগম উদ্ধাৰ।
কচ্ছপ স্বৰূপ ধৰি ধৰণিৰ ভাৰ॥
ৰসাতল যাই ক্ষিতি তুলিলা দশনে।
বৰাহস্বৰূপ নমো তোমাৰ চৰনে॥ ১৩১৪
নমো নৰসিংহ ৰূপ ধৰিয়া যে হৰি।
হিৰন্যকশিপু দৈত্য নখেযে বিদাৰি॥
ছলিলা বলিক ৰূপ ধৰিয়া বামন।
প্ৰনামো প্ৰনামো তান কমল চৰণ॥ ১৩১৫
পৃথিৱীৰ খেত্ৰিযে বধিলা ভৃগুপতি।
লাঙ্গলৰ আগেযে তুলিলা বসুমতি॥
বধিলাযে বিক্ৰম ৰাৱন অনুপম।
প্ৰনামো তাহান ৰূপ জয় ৰাম ৰাম॥ ১৩১৬
নমো নমো বৌদ্ধৰূপ দেৱ দয়াময়।
কল্কিৰূপ প্ৰনামো কিৰাত কৈলা ক্ষয়॥

স্বৰূপে নিৰূপে ৰে যে সগুন নির্গুন।
যোগেশ্বৰ ঈশ্বৰৰ প্ৰনামো চৰন॥ ১৩১৭
ব্ৰহ্মাময় হয়া সেযে ধৰিয়া শৰীৰ।
ঘনে ঘনে প্ৰনামোহো পঙ্কজৰুচিৰ॥
সপ্তম দিবসতে যে শুষিলা পুতুনা।
ৰজনি দিবসে মোৰ গতি সেহি জনা॥ ১৩১৮
তৃণবর্ত্ত চানুৰ মুষ্টিক অঘাসুৰ।
কংশ কেশী আদি যত দানৱ প্ৰচুৰ॥
মাৰিয়া যে অল্পভাৰ কৈলা বসুমতি।
তাহাৰ চৰনে সর্ব্বক্ষনে মোৰ মতি॥ ১৩১৯
গোৱৰ্দ্ধন ধৰিলা যে কালীক দমিলা।
পাৰিজাত হৰিলা যে ইন্দ্ৰক জিনিলা॥
ষোল সহস্ৰ গোপী জুৱতি যাহাৰ।
তাহাৰ চৰণপথে শৰণ আমাৰ॥ ১৩২০
অনেক কৰিয়া স্তুতি কামেৰ কুমাৰ।
প্ৰদক্ষিনে প্ৰণাম কৰিলা সাতবাৰ॥
মত্ত হৈয়া পড়িয়া থাকিলা মহীতলে।
নমো নমো নাৰায়ন সর্ব্বক্ষনে বোলে॥ ১৩২১
কুমাৰৰ ভকতি দেখিয়া হৃষীকেশ।
গৰুড় ছাৰিয়া হৈল ভুমিত প্ৰবেশ॥
দুই বাহু মেলিয়া ধৰিলা নাৰায়ন।
দয়ায়ে আলিঙ্গি পাছে কৰিলা চুম্বন॥ ১৩২২

ৰথ ছাবি ভুমিত নামিলা দামোদৰ।
হলধৰ নামিলা নামিলা পঞ্চশৰ॥
বাপক দেখিয়া পাছে কামেৰ নন্দন।
অৱনত হৈয়া কৈলা চৰনে বন্দন॥ ১৩২৩
কামদেৱে নৈল পুত্ৰ কোলাত কৰিয়া।
পুত্ৰ ধৰি কতোক্ষন আছিলা কান্দিয়া॥
সুস্থ হুয়া চুম্বন কৰিলা আশিৰ্ব্বাদ।
পাসৰিলা সকল সংগ্ৰামঅৱসাদ॥ ১৩২৪
উষাৰ আদৰণি
বানেৰ কুমাৰি তিনিভুবনমোহনি।
পৰম লজ্জায়ে অতি কাতৰনয়নি॥
হৰি হলধৰক প্ৰনাম কৈলা তথা।
শশুৰক দেখিয়া কৰিলা হেট মাথা॥ ১৩২৫
সুস্থিৰ হইয়া পাচে লইলা প্ৰনাম।
তুষ্ট হয়া বিস্তৰ আশিস দিলা কাম॥
মোৰ বড়ে স্বামীৰ বল্লভা হোৱা সাৰ।
ৰহোক আয়তা ৰে সিন্দুৰ উৰ্দ্ধে যাৰ॥ ১৩২৬
উষাৰ দেখিয়া ৰূপ ত্ৰিভুবনপতি।
বোলে ত্ৰিভুবনে হেন নাহি ৰূপৱতী॥
যেন অনিৰুদ্ধ নাতি কামেৰ কুমাৰ।
বিধাতাৰে জানে যেন অপৰূপ যাৰ॥ ১৩২৭
বৈশম্পায়নে বোলে কথা শুনা জন্মিজয়।
বানাসুৰ ৰাজাৰযে মন্ত্ৰি মহাশয়॥

কুভাণ্ড ৰজাৰূপে অভিষিক্ত

কুভাণ্ডযে নাম তাৰ তৃভুবনে জানি।
আইল উষাৰ ঘৰে যথা চক্ৰপাণি॥ ১৩২৮
প্ৰনাম কৰিলা তাৰ ভূমিত পৰিয়া।
কৰিলা বিস্তৰ স্তুতি ভক্তি দৰশিয়া॥
হৰি বোলে চিত্ৰলেখা কহ সত্য বানী।
ইহে কোন জন কোন কালে নাহি চিনি॥ ১৩২৯
গোবিন্দৰ বচনে নাৰদে হাসে মনে।
এহি মায়া পাতিয়া ভাণ্ডিলা তৃভুবনে॥
তুমিযে নাজানা হেন বস্তু আছে কথা।
তোমাৰ বচনে মোৰ কৰ্ণ ভৈলা ব্যথা॥ ১৩৩০
জানা বানাসুৰ প্ৰভু শুনহ সম্প্ৰতি।
বানাসুৰ ৰাজাৰযে মন্ত্ৰি শুদ্ধমতি॥
দ্বাৰকাত কহি আছো ইহাৰ চৰিত্ৰ।
সেহি এই কুভাণ্ড মন্ত্ৰি হেন ভৈলা মিত্ৰ॥ ১৩৩১
নাৰদেৰ বচন শুনিয়া চক্ৰপানি।
হাসিয়া মন্ত্ৰিক সুমধুৰে বোলে বানী॥
বৰ লৈয়ো মন্ত্ৰি তোক যেই মন লাগে।
আমাৰ সেৱক তুমি শুনি আছো আগে॥ ১৩৩২
যত বৰ চাহিস সকলে দিব তোক।
তোমাৰ ভকতিয়ে সন্তোষ কৈলি মোক॥
কৰযোৰে মন্ত্ৰি বোলে শুনা লক্ষ্মীপতি।
জন্মে জন্মে হৌক মোৰ তোমাত ভকতি॥ ১৩৩৩

অহর্নিশে শুনিব তোমাৰ গুননাম।
মৰন সময়ে যেন বুলি ৰাম ৰাম॥
সদায়ে থাকিবা প্ৰভু মোৰ মন মাজ।
ইহাৰ অধিক আৰ মোৰ নাহি কাজ॥ ১৩৩৪
নাৰায়নে বোলে মন্ত্ৰি আদেশ মোহোৰ।
যতেক বাঞ্ছহ সিদ্ধি হৈবেক তোহোৰ॥
তোৰ বংশে লক্ষ্মী নাছাৰিব এক কালে।
আমাত পৰম ভক্তি হৈবেক কেৱলে॥ ১৩৩৫
যাৱজ্জীবে নহৈব বিঘিনি দুঃখ শোক।
যেখনে শৰীৰ ছাৰা যাইবা মোৰ লোক॥
বানাসুৰ অধিকাৰ যত ধন জন।
কুভাণ্ডকে সকলে সপিলা নাৰায়ণ॥ ১৩৩৬
শোনিতনগৰে তাক কৈলা অভিষেক।
ৰাজসিংহাসনে তাক বসাইলা প্ৰত্যেক॥
মন্ত্ৰি ভৈল ৰাজা খণ্ডিলেক দেৱভয়।
স্বৰ্গ মৰ্ত্ত্য পাতালে ত্ৰৈলোক্যে জয় জয়॥ ১৩৩৭
হৰি বোলে অনিৰুদ্ধ চড় খগেশ্বৰ।
উষাৰ সহিতে চল দাৰিকানগৰ॥
উষা-অনিৰুদ্ধৰ বিয়াহৰ আয়োজন
কৃষ্ণবানী শুনি চিত্ৰলেখি বোলে বানী।
কহো এক কথা প্ৰভু শুন যদুমনি॥ ১৩৩৮
কুমাৰিৰ বিবাহ কৰায়ো আত পৰে।
তবে নাৰায়ন চলা দাৰিকানগৰে॥

কৰজোৰে মন্ত্রি বোলে গোসাই শ্ৰীহৰি ।
আজ্ঞা কৰা বিবাহসম্ভাৰ সাজ কৰি ॥ ১৩৩৯
মন্ত্রিৰ বচনে দেৱ পৰম ঈশ্বৰ ।
কৰিলা আদেশ বিবাহৰ সাজ কৰ ॥
হৰিষে কুমাৰে তাৰ কৰিলা আদেশ ।
ঘৰে ঘৰে নগৰেৰ কৰিলা আদেশ ॥ ১৩৪০
চন্দনেৰ আলি পথ অঙ্গনে অঙ্গনে ।
দুয়াৰে দুয়াৰে নেত পতাকা তোৰনে ॥
উপৰে সোনাৰ ঘট প্রতি চালে চালে ।
প্রভাতেৰ ৰবি যেন উদয়আচলে ॥ ১৩৪১
ঘৰে ঘৰে দুয়াৰে সাজিয়া ঘট বাতি ।
দধি দুৰ্ব্বাক্ষত থৈলা তাতে প্রতি প্রতি ॥
জয় জয় উৰুলি মঙ্গল ৰোল শুনি ।
বেনা বেনি মুৰুজ দুন্দুভি সঙ্খধ্বনি ॥ ১৩৪২
হস্তি ঘোৰা ৰথ সেনা নগৰে শোভিত ।
যেনে সুৰপুৰে ক্ষিতিতলে আচম্বিত ॥
সুভ যোগ নৈখেত্রহবিহীন শুভ বাৰ ।
বিবাহ নির্ম্মল যেন বিধিব্যৱহাৰ ॥ ১৩৪৩
ব্রহ্ম ত্রিনয়ন আদি যত দেৱগন ।
স্বৰ্গ ছাৰি শোনিতনগৰে উপসন ॥
প্রথমে হৰিক প্রনমিল দেৱ যত ।
কৰিলা প্রনতি স্তুতি হয়া অৱনত ॥ ১৩৪৪

পয়ছেসে উষাৰ বিবাহক কৈলা মন।
আনন্দে দুন্দুভি জয় কৰে দেৱগন ॥
হৰিবংশ পুন্য কথা মধুময় বানী।
কহে পিতাম্বৰ পৰশিয়া চক্ৰপানি ॥ ১৩৪৫ ॥*॥

॥ ৰাগ নাট ॥

বিৱাহ-উছৱ অ কি জয় জয় আইলা হৰ উষাৰ বিবাহে ॥ ১৩৪৬
দিগবাস শিৰে জটা কপালে চান্দেৰ ফোটা
সৰ্ব্বঅঙ্গ ভসমে লেপিয়া।
মহামায়া গীত গায় আপুনে ডম্বৰু বায়
নাচে হৰ বৃষভে চৰিয়া ॥ ১৩৪৭
ইন্দ্ৰ দেৱগন লৈয়া সভাত বসিলা গৈয়া
আপোনে সতি ভৈ গৈলা বৈৰাতি।
আৰ যত বিদ্যাধৰি ভাণ্ড লৈয়া সাৰি সাৰ
হাতে লৈয়া নানা ৰত্ন বাতি ॥ ১৩৪৮
পৰিধান নেত পাট ধৰিয়া সোনাৰ খাট
কুমাৰক ধৰিলা তুলিয়া।
আৰোগনে কন্যা লৈয়া আইল প্ৰদক্ষিন দিয়া
সাতবাৰ ফুৰাইলা ধৰিয়া ॥ ১৩৪৯
বড় কন্যা একদৃষ্টি পেলাইল কুসুমমুঠি
পালটাইল কুসুমেৰ হাৰ।

কন্যা বড়ৰ ডাহিনে    লৈয়া আইল আৰগনে
চাইল হাতেৰ সংস্কাৰ ॥ ১৩৫০
বড় কন্যা এক স্থানে    দিয়া দুৰ্ব্বাক্ষত ফুল
গাঠিবন্ধ কৈল আৰগনে।
ব্ৰহ্মা ভৈলা পুৰোহিত    অগনিত দিল ঘৃত
উৎসৰ্গিলা উৰ্ষাক বিধানে ॥ ১৩৫১
লক্ষ্মী গন্ধকাৰ দান    সৰস্বতী বেদগান
সকল গন্ধৰ্ব্বে গীত গায়।
মস্তকে সিন্দুৰ দিয়া    কন্যা বড়ে খেলে জুয়া
কতোজনে চামৰ দোলায় ॥ ১৩৫২
কণ্ঠে পুষ্প পাৰিজাত    পিন্ধাইলা কাপোৰ গাত
তেবে কৈল এ ফুল সিন্দুৰ।
আৰু লোকে হৰসিত    উৰুলি মঙ্গল গীত
নাচে স্বৰ্গ মৰ্ত্ত নাগপুৰ ॥ ১৩৫৩
শঙ্খ সিঙ্গা ঢাক ঢোল    মৃদঙ্গ কাহালি বোল
টলবল কৰে বসুমতি।
নাৰায়ন পৰসনে    কৱি পিতাম্বৰে ভনে
সৰ্ব্বলোক হৰসিত আতি ॥ ১৩৫৪ ॥*॥

বৈশম্পায়নে বোলে কথা শুনা জন্মিজয়।
স্বৰ্গ মৰ্ত্ত্য পাতালে ত্ৰৈলোকে জয় জয় ॥

উষা অনিৰুদ্ধযে বসিলা দুইজনে।
জয় জয় শব্দ আতি কৰে ত্ৰিভুৱনে॥ ১৩৫৫
বিবাহৰ অৱশেষ দেখি হৃষিকেশ।
উষা অনিৰুদ্ধকযে কৰিলা আদেশ॥
গৰুড়ত চৰি জাই দ্বাৰকানগৰি।
উসাসখি সনে ৰথে আৰোহন কৰি॥ ১৩৫৬
হৰিৰ আদেশ শুনি কামেৰ কুমাৰ।
ব্ৰহ্মা ত্ৰিনয়ন আদি যত দেৱতাৰ॥
আৰ যত তথাত আছিল মুনিগন।
উষাৰ সহিতে কৈল চৰনে বন্দন॥ ১৩৫৭
গৰুড়ত চৰিলেক লৈয়া অনুমতি।
সত্যভামাৰ কাৰণে বৰুণালয়ৰপৰা ধেনু-আনয়ন
কুভাণ্ড মন্ত্ৰিক পাছে দেৱ লক্ষীপতি॥
নিকটে আনিয়া ধিৰে ধিৰে বোলে বানী।
বোলে সহস্ৰেক মোৰ তৰুনী ৰমনি॥ ১৩৫৮
অষ্টজনা মহিষি সৱাতে অনুপমা।
ৰুক্মিনী লক্ষণা জাম্বৱতি সত্যভামা॥
ভদ্ৰা মিত্ৰবৃন্দাসে কালিন্দি মন্দাজিতি।
লক্ষ্মীঅৱতাৰ অষ্ট আমাৰ জুৱতি॥ ১৩৫৯
সৱাতে অধিকযে বল্লভা সত্যভামা।
ৰূপে গুনে অধিক মোহৰ প্ৰাণসমা॥
যেখানে আইছো সে বানক জুঝিবাক।
হাসি হাসি সত্যভামা বুলিলা আমাক॥ ১৩৬০

বানক জিনিতে প্রভু লৰিলা আপোনে।
আমাৰ সন্দেশ এক আনিবা যতনে॥
শিশুকালে শুনিয়াছি বাপেৰ মন্দিৰে।
আছে অনুপম ধেনু শোনিতনগৰে॥ ১৩৬১
বাড়ে পৰমায়ুযে ধেনুৰ খিৰপানে।
নাপাৰে লঙ্ঘিতে জৰা নাটলে যৌৱনে॥
ঘটস্রৱা ধেনু অনুপমা সত্যলোকে।
দৈত্য জিনি ধেনুগন আনিবা আমাকে॥ ১৩৬২
নাৰায়নে বোলে মন্ত্রি কহা সত্য বানী।
কথা আছে ধেনুগন কহা তাক শুনি॥
গোবিন্দৰ বচন শুনিয়া মন্ত্রিবড়।
কৰজোৰে বোলে শুনা ত্রৈলোক্যইশ্বৰ॥ ১৩৬৩
যেখন আইলা প্রভু শোনিতনগৰে।
পৰাজয়লক্ষন জানিয়া বানাসুৰে॥
বৰুনক আনিয়া সুম্পিলা ধেনুগন।
বৰুনে লৈ গৈল ধেনু আপোন ভুবন॥ ১৩৬৪
আজিও সকলে ধেনু আছয় তথায়।
বৰুনভুবন জবে যাই যদুৰায়॥
বৰুনক জিনিলে সকলে ধেনু পায়।
কহিলো সকলো সত্য তোমাত গোসাই॥ ১৩৬৫
দৈৱকীনন্দন হেন বচন শুনিয়া।
গৰুড়ৰ উপৰে প্রৱেশ হৈল গিয়া॥

আপুনি আপোন জানে ব্ৰহ্মা ত্ৰিনয়ন।
আগে পাছে চৰিয়া লৰিলা দেৱগন॥ ১৩৬৬
কতো দূৰে গেল যবে দেৱ নাৰায়ন।
গৰুড়ক বোলে চলা বৰুনভুৱন॥
হৰিৰ বচন শুনি পক্ষিৰ ঈশ্বৰ।
একে তিলে প্ৰৱেশিল যথাত সাগৰ॥ ১৩৬৭
গম্ভিৰ সাগৰজল লঙ্ঘে কোনজনে।
গগন লঙ্ঘিয়া আছে বহু উৰ্ম্মিগনে॥
প্ৰচণ্ড পখাৰ বাত দিলা খগপতি।
সাগৰৰ জলসব হৈলা দুইভিতি॥ ১৩৬৮
বৰুনভুৱনযে ভৈলা পৰিকাশ।
তথাত প্ৰৱেশ কৈল জগতনিবাস॥
বৰুনৰ ভুৱন ত্ৰিভুৱনে অনুপাম।
মনিমৰকতবিৰচিত পুৰিখান॥ ১৩৬৯
নাহি গ্ৰীষ্ম নাহি শীত বৰুনভুৱনে।
সদা কুসুমিত তৰু কোকিল নিস্বনে॥
তিনিগুনজুতযে বহয় সমিৰনে।
দেখিয়া কৌতুক কৰে দেৱ নাৰায়নে॥ ১৩৭০
হেন কালে ধেনুগন দেখি লক্ষ্মিপতি।
ইন্দু কুন্দ দুগ্ধ জিনি শৰীৰেৰ জোতি॥
আঠাইশ সহস্ৰ ধেনু এক ঠাই আছে।
বৰুনৰ অনুচৰে ৰক্ষা কৰি আছে॥ ১৩৭১

স্বছন্দে চৰিতে আছে দেখি চক্ৰপানি।
খেদাইল ৰক্ষকগন তিক্ষ্ণ অস্ত্ৰ হানি॥
গৰুড়পৃষ্ঠিত তুলি নৈল ধেনুগন।
শুনিয়া বৰুন তবে আইলা কোপমন॥ ১৩৭২
গৰুড়ক দেখিয়া বৰুন দিগপতি।
অৱনতে কৰজোৰে কৰিলা প্ৰনতি॥
সহস্ৰ সহস্ৰবাৰ ভুমিত পৰিয়া।
কৰিলা অনেক স্তুতি আনন্দ হইয়া॥ ১৩৭৩
স্তুতি কৈল কৃষ্ণক বৰুন একমতি।
জয় জয় সকল লোকেৰ অধিপতি॥
ব্ৰহ্মা ত্ৰিনয়ন আদি যত দেৱগন।
আপোন অনন্ত তুমি কৰিলা সৃজন॥ ১৩৭৪
আপুনি বুলিলা যত দেৱতা সকল।
দেৱতাৰ আজি যৱে নহয় বিকল॥
সে বোল অন্যথা কৰিতে নাজুৱাই।
ধেনুৰ বৃতান্ত কহো শুনা যদুৰাই॥ ১৩৭৫
যেখন আইলা প্ৰভু শোনিতনগৰে।
পৰাজয়লক্ষণ শুনিয়া বানাসুৰে॥
তবে বানাসুৰ মোক কৰিয়া সৎকাৰ।
থাকোক গোধন মোৰ পুৰিত তোমাৰ॥ ১৩৭৬
মইযে চাহিলো ধেনু দিবা লোকপতি।
হেন হৌক অঙ্গিকাৰ কৰিলো সম্প্ৰতি॥

তুমি ধেনু লৈলে অঙ্গিকাৰ হৈব নাশ।
সত্য ৰক্ষা কৰা মোৰ জগতনিবাস॥ ১৩৭৭
এ বুলিয়া বৰুনে কৰিয়া উপহাৰ।
ধুপ দীপ নৈবেদ্য কুসুম বস্ত্র আৰ॥
দিব্য মনিমালা পিত বসনে চন্দনে।
পুজিলা কৃষ্ণক আতি ভক্তিভাব মনে॥ ১৩৭৮
সেৱকবৎসল তেতিক্ষনে তুষ্ট হৈয়া।
এড়িলা সকলে ধেনু বৰুনক চায়া॥
সেহি পথে উঠিয়া আইল আৰবাৰ।
দ্বাৰকা লৰিলা হৰি ত্রিভুৱনসাৰ॥ ১৩৭৯

কৃষ্ণ আদিৰ দ্বাৰকা-প্ৰৱেশ

যতেক দেৱতাগন যাই অনুসঙ্গে।
দ্বাৰকাৰ নিকট প্রবেশ হৈলা ৰঙ্গে॥
পাঞ্চজন্য সঙ্খ ফুঙ্কিলন্ত নাৰায়নে।
তেখনে জানিলা সৱে দাৰকাৰ জনে॥ ১৩৮০
হৰি আইল হৰি আইল হৈল মুখবোল।
বাজে সঙ্খ মুৰুজ কাহালি ঢাক ঢোল॥
যতেক যাদৱগন অস্ব গজে চৰি।
গোৱিন্দক দেখিবাক সৱে গৈল লৰি॥ ১৩৮১
বান্ধৱগনৰ যত নয়নচকোৰ।
দৃষ্টিত পৰম দুখ পাইলেক কঠোৰ॥
হৰিমুখচান্দ পায়া চিৰ কালাদনে।
ৰূপময় সুধা পান কৰে বিলোচনে॥ ১৩৮২

নগৰ প্ৰৱেশ ভৈলা দেৱ চক্ৰপানি।
দেৱতাগনক সুমধুৰ কৈলে বানি॥
নিজ নিজ থানে গৈলা যত দেৱগন।
নাৰদৰ সংহতি বসিলা নাৰায়ন॥ ১৩৮৩
পুজিলা মুনিক যেন বিধিব্যৱহাৰ।
প্ৰনাম কৰিয়া স্তুতি কৰিয়া বিস্তাৰ॥
মুনি বোলে তুমি পৰমব্ৰহ্ম নিৰাকাৰ।
দুৰ্জ্জনক শাসিবাক তযু অৱতাৰ॥ ১৩৮৪
ধিয়ানত তোমাক নেদেখে যোগীবড়।
সেৱকদায়াৰে ভৈলা দৃষ্টিৰ গোচৰ॥
তোমাক ভকতি মোৰ হওক সদায়।
এহি বুলি মুনিৰাজ কৰিলা বিদায়॥ ১৩৮৫
উষাক দেখিবে লাগি কৃষ্ণে কৈল গতি।
অন্তঃপুৰে প্ৰবেশিলা দেৱ লক্ষ্মিপতি॥
সামৰণি, পুনৰ কবি-পৰিচয়
উষা-পৰিণয় কথা পুণ্যময় আতি।
একমনে শুনিলেসে বাঢ়য় বিভূতি॥ ১৩৮৬
বাঢ়ে পুত্ৰ পৰিবাৰ নাশ কৰে দুখ।
শৰীৰ ছাৰিয়া ভুঞ্জে স্বৰ্গলোকে সুখ॥
হেন পুণ্যময় কথা ব্ৰাহ্মনে কহিলা।
পয়াৰ প্ৰবন্ধে তাক ৰচনা কৰিলা॥ ১৩৮৭
প্ৰচুৰ কতেক কথা ৰচিলো সংক্ষেপে।
আৰ কথা দিলো তাত ৰসঅনুৰূপে॥

এমনেসে ৰচিলো শ্ৰৱনসুখ গীতে।
ইহাতেসে কেহো নুবুলিবা মন্দ চিতে॥ ১৩৮৮
কামতানগৰ সুৰপুৰঅৱতাৰ।
একমুখে কে কহিব যেন গুন তাৰ॥
তাত পিতাম্বৰ নামে কবি শিশুমতি।
উষা-পৰিনয় গীত কৈলা সমাপতি॥ ১৩৮৯
বাণযুত বাণ বেদ শশাঙ্কপ্ৰমিত।
বৈশাখ মাসৰ শুক্ল পক্ষ পঞ্চমীত॥
সৰ্ব্বসিদ্ধি যোগ হৈল বৃহস্পতিবাৰে।
হেনকালে পূৰ্ণ ভৈল বিবাহ উষাৰে॥ ১৩৯০
যিটোজনে শুনে আক পাপ হয় ক্ষয়।
সৰ্ব্বক্ষন চিত্ত তাৰ হৰিত সঞ্চয়॥
হৰি বিনে গতি তাৰ নাহি ত্ৰিভুৱনে।
হৰিসে পৰম গতি সদা সৰ্ব্বক্ষনে॥ ১৩৯১
হেন জানি প্ৰানিসব চিন্তা হৰি হৰি।
তেবেসে মৰনদায় এড়াইবাক পাৰি॥
নাৰায়নচৰন স্মৰন কৰি মনে।
পূৰ্ণ কৈলা পিতাম্বৰ পদ শুভ দিনে॥ ১৩৯২
এহি গীত শুনিলেসে শুদ্ধমতি হই।
কৰি মনে দৃঢ় চিত্তে কৃষ্ণপদ দুই॥
হেন জানি মুখত নেৰিয়ো ৰাম নাম।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম॥ ১৩৯৩

॥ পুস্তক পীতাম্বৰ ৰচিত॥

# পাঠান্তৰ

অসম চৰকাৰৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ ১৩০-সংখ্যক পুথিৰপৰা বৰ্ত্তমান পুথিৰ ঘাই পাঠ গৃহীত হৈছে আৰু ঠায়ে ঠায়ে সেই বিভাগৰ ৪৮২।- আৰু ৪৮৩-সংখ্যক পুথিৰপৰাও পাঠ সন্নিৱেশ কৰা গ'ল। তলত এই দুই পুথিৰ আৰু নিভাৰ্যাৰাম দাসৰ প্ৰকাশিত ছপা পুথিৰ পাঠান্তৰ দিয়া হৈছে। বৰ্ণবিন্যাস আদি বিষয়ত ইখন-সিখনৰ পাৰ্থক্য বৰ বেছি; গতিকে সকলো পাঠান্তৰ ইয়াত দিয়া সম্ভৱ নহ'ল। ১৩০ সংখ্যক পুথিতহে গীতবিলাকৰ ছন্দৰ উল্লেখ আছে; বাকী কেইখনত ছন্দ বা তালৰ সঙ্কেত নাই।

ইয়াত ১৩০, ৪৮২, ৪৮৩-সংখ্যক পুথি আৰু ছপা পুথিখনি ক্ৰমে **১, ২, ৩,** আৰু **ছ** দি বুজোৱা হৈছে।

পদ ১-৫ ( ১ পুথিত নাই, ২, ৩ পুথিৰপৰা গৃহীত হৈছে। )

৮ শ্ৰীভাগৱত কথা—২, ত, ছ, স্মৰনৰমন কথা।

১০-১১ ব্যাসৰ……থাকে॥ ছ, ( নাই। )

১৬ নৃপ…আতি॥ ছ, ( নাই। )

২৩ তিনি লোকে……পাসে॥ ১, ছ, ২, ৩,

অন্তৰে মহামায়া দিল স্তনক্ষিৰ।

এ তিনি ভুবনে জেন হয়ে মহাবিৰ॥

তিনিলোকে……হৌক অখণ্ড॥

২৬ মহা ঘোৰ…হৰি হৰ—২, ৩, ছ, ( নাই। )

৩৪ ভৈৰবি···লাছাড়ি ॥—ছ, ভাটিয়ালি।

৪৯ লাছাড়ি···ছন্দ ॥—২, ৩, বড়াৰি ৰাগ॥ ছ, ৰাগ পটমঞ্জৰি।

৫৫ তাৰাসবে·· ধনমাল ॥—২, ৩, তাৰসে সাজিয়া দিল ৰন॥
ছ, তৰাসে পঠায়া দিল মাল।

৬২ যত···ভুবন ॥—( ছ পুথিৰ পাঠ। )

৬৭-৭৩ বাৰহ···হাৰ ॥—ছ, অভিনৱ জলধৰ দৰশে সোনাৰ।
তাহাৰ উপৰে শোভে মুকুতাৰ হাৰ॥

৭৫ পয়োভৰে···কিঙ্কিনী ॥ ২, ৩—১,
শ্ৰৌনিভৰে ভাৱ ৰতি তিবিনি কিঙ্কিনি।
ছ, শ্ৰনি-ভাৰভৰে আতি বলিত কিঙ্কিনি॥

৭৬ ( আৰম্ভতে )—২, ৩, নয়ানে কাজল ৰেখা দিয়াত সন্ধানে
বিধি ভোল জাএ কিবা আনৰ বাক্ষানে।

দ্যুতিআৰ···বিধি ॥—২, ৩, ৱিধাতা লিখন জে দোদন সুধানিধি॥
নাজানি কোনৰূপ নিৰমিল বিধি।

৭৮ সিসিৰ···আগুসাৰ ॥—২, ৩,
সিসেকৃত সিন্ধুৰ মুখ চান্দেৰ আকাৰ।
ছ, শৈশৱ খণ্ডিয়াসে যৌৱন আগুসাৰ।

৯৭ ঠাকুৰে লফৰে জেবে—২, ৩, গোসানিৰ বোলে জদি

১০৪ মনে ডাকিয়া ॥ ২, ৩—১, ছ, ( নাই। )

১০৫ ভাঠিয়ালী···ছন্দ ॥—২,৩ ৰাগ বসন্ত॥ ছ, ৰাগ ভাটিয়ালী।

১১৫ কামসেনা—২, ৩, ছ, চিত্ৰলেখা

১১৬ আমাৰ·· সনে ॥—১, ( নাই। )

১২৬-১২৭ দেৱি···পড়ে॥—২, ৩

দেৱী বোলে কামসেনা বাক্য সুন পাছে।

উসাৰূপ ধৰি জাও অনিৰুদ্ধ কাছে॥

ৰাইতে ২, ৩—১, ছ, ৰাতি

১২৯ বান্ধিলা···হৰসিত—১,

বান্ধিলা লোটনি দিয়া মালতিৰ খোপা।

ছ, বান্ধিলা লোটন তাই মাংস্থিৰ সেতা॥

১৩০-১৩১ চন্দন···পথে॥—১, চন্দনৰ তিলকত মাঝত আগৰ।

কপালে প্ৰকাশে দিব্য ৰেখা সিন্দুৰৰ।

কুচৰ উপৰে পৰিধান নেত্ত বাস।

কটাক্ষে ভাঙ্গিতে পাৰে মুনিৰ ধিয়ান।

দেৱিৰ আজ্ঞায় চলি জাই দ্বাৰকাক।

১৩৮, ২৫২, ৫০২ ৰামগিৰি ৰাগ—২, ৩, ৰামকিৰি ৰাগ।

১৩৯ লাহাৰি—২, ৩, লহড়ি, ছ, লহৰী

১৪১ অঙ্গমোৰ—২, আঙ্গমোড়া, ছ, অঙ্গমুৰা

১৪৭ পটমঞ্জৰি ৰাগ—ছ, ৰাগ—শুহাই।

১৪৮ চান্দ···আৰসে। ২, ৩,—১,

সপনে কামিনি : দেখিয়া তেখনি : কুমাৰ মদন হুতাসে।

ছ, সপনে কামিনী, দেখিয়া তখনি, কুমাৰ মদন ভোলে।

ৱচন মিনতি নামানি সুশুনে, বুজায় ধৰি আঞ্চোলে॥

চান্দ জিনি তোৰ, মুখ মনোহৰ, অধৰ অমিয়া আশে।

১৫১ নয়ন···জজ্জৰ ১, ছ—২, ৩,

কটাক্ষ নয়ন বানে : আমাক হানিল

প্ৰাণ···পাছে॥ ১, ছ—২, ৩, প্ৰাণ জায় ৰজনী পোআইল॥

১৬০ স্বস্ত স্বস্পট—ছ, তমু স্ফুট

১৬৬ সোপনে তোমাৰে ॥—২, ৩, ভুমিত বসিয়া কুমাৰ হে :
বিকল কামসৰে :। বিৰহেৰ তাপে প্ৰাণ ধৰিতে নাপাৰে।
ছ, সপনে কি মোৰ হৈয়া গেলৰে।
হৰি হৰি কাৰে নাবোলে এড়িয়া গেল মোৰে ॥
হৰি হৰি কোন লাচাৰে বুজাল তোমাৰে।

১৬৯-১৭০ ৰঞ্জনিৰ⋯কেমনে ॥ ১, ৩,—১, ( নাই। )

১৭৫ বৰাড়ি⋯ছন্দ ॥—২, ৩, ৰাগ বড়াৰি ভাটিআলি ॥
ছ, ৰাগ—শুহাই।

১৮৪-১৮৫ দ্রুত⋯চমকাৰ ॥—ছ, ( নাই। )

২১২ ( ২, ৩ )—১, ( নাই। )

২২৬ মহৰি—২, ৩, সুস্থ, ছ, মসাৰি

২৩২ মঞি⋯পতি ২, ৩,—১, ছ,
মঞি জদি জানো : হেন মতি তোমাৰ :
কি কাৰ্য্যে বডাইলো নেহা [ দেহা ]।
মদনবানে : সব দেহা দহে : হৰিৰ দাস পিতাম্বৰে কহে ॥

২৩৩ লাছাডি⋯ৰাগ ॥—২, ৩ ভাটিআলি ৰাগ ॥
ছ, ৰাগ অহিৰ।

২৮৫ গোণ্ডগিৰি⋯ছন্দ ॥—২, ৩, ৰাগ মঞ্জৰী ॥
ছ, ৰাগ—গোৰে গীৰি।

২৯১ জত⋯পৰসনে ॥—২, ৩, ( নাই। )

৩০২-৩১৬ ময়ুৰ⋯অন্নতাৰ ॥—২, ( নাই। )

৩২১ বৰাড়ি ৰাগ—ছ, ৰাগ ভাটিযালি।

৩৪৫ মল্লাৰ⋯ছন্দ।—২,৩, (নাই। ) ছ, তথা ৰাগ (ভাটীয়ালী)

৩৬৭ সোণাৰ ওৱাবি—১, জোজন উপৰি
২, ৩, স্তম্ভ দিছে আৰি ২

৩৬৮ কতোক্ষনে…হাতাষ ॥—১, (নাই।)

৩৭১ ভাবট—২, ৩, লেঙ্গুৰে ; ছ, লাঙ্গুলে

৩৭১ ভয়ে…সাৰে ॥—১, (নাই।)

৩৭৬ নাৰদেৰ…হাৰাইলু ॥—১, ছ, (নাই।)

৩৯৮ সে…দেখা ॥—১, (নাই।)

৩৯১ সেনা…নিশেষ ॥—১, সেনা নিদ্ৰা গেল আছোআস ॥

৪২০ গগনে…জলাসয়।—২, ৩, (নাই।)

৪২২ কিবাসে‥ বধিতে।—২, ৩, ছ, (নাই।)

৪২৩ সুন…নগৰ।—১, ছ, (নাই।)

৪৫৫-৪৭৬ কুভাণ্ডনন্দিনি…মনেমন ॥—১, ছ, (নাই।)

৪৮২-৪৮৪ এৱে…গুণৱতি।—১, (নাই।)

৪৮৮-৪৮৮ চিত্ৰৰেখা…বিদ্যাধৰি ॥—১, ছ, (নাই।)

৪৯১ কৌকিলা—২, ৩, কুকিলা

৪৯৪ (আৰম্ভতে)—২, ৩,
গৌৰি সঙ্গে কেলি জেন কৰেন শঙ্কৰে।
সচিৰ সহিত জেন মিলিছে পুৰন্দৰে ॥
উসায় কুমাৰে জেন সেহি পটন্তৰ।
অলক্ষিনি উসা কৈল কুলেৰ খাঙ্কাৰ।

৪৯৭ আমাৰ…ভোজন ॥—২, ৩, (নাই।)

৫০০ (তৃতীয় শাৰীত ৩ পুথি হঠাৎকাৰে শেষ হৈছে।)

৫০৩ সংসাৰ…খণ্ডাৰে ॥—ফলিৰ প্ৰমাদ ঘোৰ কে ৰাখিতে পাৰে

৫২২ মনুমানে—২, অনুমানে।

৫২৯-৫৩০ সুনিয়া···দৈত্যৰায় ॥—২, ( নাই। )

৫৫৬ ৰাগ ৰামগিৰি—২, ৰামকিৰি ৰাগ। ছ, ৰাগ—পটমঞ্জৰি।
ছ, ( গীতৰ প্ৰতি কলিৰ শেষত ) না হা ৰে।

৫৮৫-৫৮৮ অনেক···অতি।—১, ( নাই। )

৫৮৯ বিৰপনা—২, ( বিৰপানা )

৫৯০ দিআৰে···২, দেআৰ

৬১২ ৰামগিৰি ৰাগ—২, চ, গুঞ্জৰি ৰাগ ॥

৬১৫-৬৫৬ গোবিন্দদাস · শৃকালে ॥—২, ( নাই। )

৬৭৩-৬৭৭—কথা···ঝাণ্টে—১, ( নাই। )

৬৮৭ গোণ্ডগিৰি ৰাগ—২, গুঞ্জৰি ৰাগ ॥ ছ, ৰাগ—পটমঞ্জৰি।

৭০০ গোধাঙ্গুলি—ছ, গোদাঙ্গৰী

৭.৭ —১, ( নাই। )

৭৬৮ ৰাগ ধনশ্ৰী—২, ধান্‌সি ৰাগ ॥ ছ, ৰাগ—পট মঞ্জৰি।

৭৭৭ আহৰ ৰাগ—ছ, তথা ৰাগ। ( =ধানচি )

৭৮৫ অহিৰ ৰাগ—২, গণ্ডগুলি ৰাগ ॥

৮১৩-৮১৪ হেন···চুৰি ৮২০-৮২২—১, ( নাই। )

৮৪৭ নিশঙ্কহৃদয় দেৱ বৈসে স্বৰ্গ মাঝ।—( ২ পুথি এই শাৰী পদতে শেষ হৈছে। )

৮৪৯ কলাত···চন্দন ॥·· ছ, দেখি উতলিল কোন যুৱতীৰ মন ॥

৯০৫ অঘাতি—ছ, ঘটি নৱ।

৯১৯ ব্যাগম পক্ষি—ছ, বিহঙ্গপতি।

৯৩৮-৯৩৯ দূত···শৰীৰ ॥—১, ( নাই। )

১০১৮ অহিৰ···ছন্দ ॥—ছ, ৰাগ—ধান্‌ছি।

১০২৯ মল্লাৰ···ছন্দ ॥—ছ, ৰাগ পটমঞ্জৰি।

১০৪৭ নয়ন···লেছাৰি ॥—ছ, কোটৰ সবে আখি চাৰি চাৰি ॥

১০৫৫ কতোবা···স্থল ।—১, ( নাই । )

১১৩৯ ৰামগিৰি ··ছন্দ ॥—ছ, ৰাগ পটমঞ্জৰি ।

১১৫৭ নাগ···ছন্দ ॥—ছ, ৰাগ গুঞ্জৰী ।

১১৭৮-১১৯৭—১, ( নাই । )

১২৫৮ ( আৰম্ভতে )—ছ, মহাকাল নাম থৈয়া ৰথত তুলিয়া ।
স্বৰ্গ হতে আনি তাক অমৃত পিয়াযা ॥
বানাসুৰ সঙ্গতি কৰিয়া গঙ্গাধৰ ।
কৈলাসক গেল তিনি ভুবন ঈশ্বৰ ॥

১২৫৯ নাট···ছন্দ ॥—ছ, ( নাই । )

১২৮৮—১, আৰোবাৰ সোধে উষা জুদ্ধৰ কাহিনি ।
আৰ পাছ কথা নাহিকয কতোখানি ॥

[ এই শাৰী পদতে ১ পুথি শেষ হৈছে। ইযাৰ পিছৰ পদখিনি ছ পুথিৰপৰা দিযা হ'ল । ]

১৩৯০ বাণ···শশাঙ্ক ( অসমীযা সাহিত্যৰ চানেকি, II, ii )—ছ,
সখি ( শশী ? ) পঞ্চ ( পক্ষ ? ) ঋতু বাণ শকাব্দ ।

# শব্দ-নির্দ্দেশিকা

সঙ্কেত-চিন: আ°—আৰবী। ফা°—ফাৰ্চী। প্ৰা° অ°—প্ৰাচীন অসমীযা। কা°—কামৰূপী। ব°—বঙলা। হি°—হিন্দী। স°—সংস্কৃত। অ°—অসমীয়া। তু° ক°—তুলনা কৰঁা। সমান চিনে ব্যুৎপত্তিগত সম্পৰ্ক বুজাইছে। মূল শব্দৰ লগত সৰু বন্ধনীত দিযা শব্দবোৰ পাঠান্তৰত আছে বুলি বুজিব লাগে।

অঘাতি ৯০৫—ঘণ্টা [ স°* অৱঘটিকা ]।

অঙ্গমোৰা ১৪১—এঙামুৰি।

অজিন্ন ৫৪১ = অজিন। পহু-ছাল।

অঞ্জনগঞ্জন ৯৬৬—অঞ্জনৰ দৰে ক'লা।

অথিতি ৪৮১ = অতিথি।

অভিনৱ ৫৭—নতুন।

অস্থি ১০৭১—( মৰা মানুহৰ ) হাড।

অস্তু ১২৫৬—তথাস্তু ; সেয়ে হওক।

আউ ৮৯৯ = আয়ু ; আয়ুস।

আউধ ৯৩৯, ৯৫৯ = আয়ুধ। অস্ত্ৰ।

আওাস, আঞাঁস, আন্তাষ, আন্তাস, ১২৪, ২৫, ১৩৫, ৩৬৮ = আৱাস। ঘৰ।

আগুনি ২৩১, ৪১০ = অগ্নি ; জুই।

আগুসাৰ ৭৮ = অগ্ৰসৰ।

আজিকাৰ, আজুকাৰ ২৫২, ৪১১—আজিৰ [ স° অদ্য + *কৰ্য ]।

উপিহাস ২০১, ৪৫০=উপহাস।

উলোল ১১৫৩—টলবল।

ঋত, ৰিত ১৯২, ২১৮, ৪২৪=ৰীতি। ধৰণ।

ঋদয় ১৭৭, ৪২১, ৫৩৪, ৮০৬, ১০৩৩=হৃদয়।

ঋষিকেস ৭৯৬, ৮৯২, ৮৯৯, ৯৫১=হৃষীকেশ। ইন্দ্ৰিয়-অধিষ্ঠাতা, ভগৱান।

একবাড়ি ৫৭৩—একেবাৰতে।

একেশ্বৰ ৫৬১—অকলসৰ; অকলসৰীযা।

ওৰাৰি ৬৬৭—ঘৰ-বাৰী [ স° উপকাৰিকা ]।

কঙ্কয়ে ৭৫—শব্দ কৰে; জুন্‌জুনায।

কটোৰ ১৪১—পাত্ৰ; কটোৰা।

কণ্ডাৰ ১৫৯, ১২১২=কৰ্ণধাৰ। গুৰিয়াল।

কতি, কথা ১৬৫, ১৭৬, ২২৪, ২৩৪, ৪০০, ৪০১, ৪৯৫, ৬৮৩, ৭২৪
—ক'ত; ক'লৈ; কোন ঠাই [ স° ক-ত্ৰ ]।

কথা, কথায়ো ৮৬৪, ১০৫৯—ক'তো।

কন্ধ ৪৯, ৩০০=স্কন্ধ; কান্ধ।

কপালি ১০৬৮=কপালী। কাপালিক; হাতত লাওখোলা লৈ ফুৰা
সন্ন্যাসী। (কাপালী শিৱৰ এটা নাম।)

কৰ-সাখা ৭৩=কৰ-শাখা। হাতৰ আঙুলি।

কৰোগত ২১৪=কৰগত। হস্ত-গত; আয়ত্তাধীন।

কাতি ২১৯, ৭৮০—কটাৰী।

কাপ ৫৬৭=কঁাপ=কম্প। কঁপনি।

কামআগি ২৬০=কাম-অগ্নি। কাম-ভাবৰ পোৰণি।

কামাগনি ১৯৫, ২৫০=কামাগ্নি। কাম-ভাবৰ পোৰণি।

কাৰ্ত্তিক-যে-বিৰ্য্য ১২২১—কাৰ্ত্তবীৰ্য্যাৰ্জ্জুন।

কালাদনে ১৩৮২—কালৰ শেষত ; সময়ৰ অন্তত।
কাহালি ১৩৫৪, ১৩৮১—(১) কালি ; কালিয়া ; (২) [ স° ] কাহলা ; এবিধ ডাঙৰ ঢোল।
কিংশুক, কিংসুক ৭৯, ২১০, ২২৭—কিংশুক ; পলাশ।
কুলিস ৫২, ৩০১=[ স° ] কুলিশ, কুলীশ। ইন্দ্ৰৰ বজ্ৰ।
কেনঠান ৭৯৩—কেনেকৈ ?
কৈআৰ ১৯২—কোৱাঁ [ অনুজ্ঞা ]।
কৈসান ৮৪৭—কেতিয়াও ; কোনোমতে।
কোলে ১০১, ১০৭৩—ওচৰত ; কাষত ( স° কূল )।
খঞ্জাৰ, খঞ্জাৰি, খাঞ্জাৰ ২১৬, ২৭৮, ৪৯৫, ৫০২, ৫০৩, ৬১০—কলঙ্ক ; কেলেঙ্কাৰি।
খণ্ডিয়া ৬৮—খণ্ডন কৰি ; নষ্ট কৰি।
খিতি ৫২৮—পৃথিৱী [ স° ক্ষিতি ]।
খিতিতল, খেতিতল ২৪১, ৩০৮, ১১৫৩=ক্ষিতিতল ; পৃথিৱী ; মাটি।
খিধা ১৯৮, ৪৯৭=ক্ষুধা। ভোক [ তু° ক° ব° খিদে ]।
খোড়া ৪৮৭—বাটি [ তু° ক° খুড়ি-বাটি ]।
গাঙ্গ ৩৪৫—গঙ্গা। নৈ।
গিধিনি, গৃধিনী, ( গৃধ্ৰিনি ) ২৯, ৯৪৮, ১১৫৫=গৃধ্ৰিণী। শগুনী।
গোধাঙ্গুলি, ( গোদাঙ্গৰী ) ৭০০=গোধা-অঙ্গুৰীয়ক। ধেনুৰ গুণে নাকাটিবলৈ বাঁও বাহুত পিন্ধা আঙঠিৰ দৰে কৰা ছালৰ আৱৰণ।
গোষ্ঠ-ৰেণু ২—গৰু-চৰণীয়া পথাৰৰ ধূলি ; গৰুৰ ভৰিৰ ধূলি।
চমকাৰ ১৮৫=চমৎকাৰ। চমৎকৃত।
চানুৰমথন ৯০৩—চাণূৰ দৈত্যৰ সংহাৰকাৰী।

চাম ৫৯৪ = চৰ্ম্ম। ছাল।

চুৰ ৭৪১, ১১৮৭ = চুৰ, চূর্ণ।

চৌধসাস্ত্র ১১০৪—

ঋগ যজু সামবেদ অথৰ্ব্ব মীমাংসা তর্ক
জ্যোতিশিক্ষা কল্প ন্যায়নীতি।
ব্যাকর্ণ পূৰাণ নানা ছন্দ নিৰুক্ত যে শ্ৰুতি
এহি চৈধ শাস্ত্র জানিবা নিছিতি॥

—এখনি পুৰণি পুথি ( অসম সাহিত্য সভা )

চৌক্ষে চৌক্ষে ২০৪, ৩৫০—চকুৰে-চকুৰে।

ছন ৫৬৯ = ছন্ন। ধ্বংস।

ছাৰ ১৬৬, ২১৮—সামান্য ; হীন ; নিন্দিত [ স° ক্ষাৰ ]।

ছুত ২২৮, ১২৯৬ = [ স° চুত ]। আম গছ ; আমৰ মল।

জজ্জৰ ১৫১—জৰ্জ্জৰিত।

জড়াজড়ি ২৯—সাবটা-সাবটি।

জাঞাই ৫৭৬ = [ স° ] জামাতৃ ; জোঁৱাই।

জাৰ ৪৯৫—উপপতি ; গুপ্তপতি ; গুপ্তপতি-গ্ৰহণ।

জালি ৬৭—জাল।

জুনু, জেনি, জোন, জোনে, জোনো ১৫১, ১৫৯, ৫৭৯, ৯৮১, ১২১৯, ১২২৯—যেন ; জানোচা [ স° যৎ-ন ]।

জুয়া ১৫৫২—জুৱা ; [ স° ] দ্যূত।

জোতি ১৩৭১ = জ্যোতি।

ঝড়িয়া ৫২৪—একেলগ হৈ ; জাক পাতি।

ঝাণ্টে ১২২৮—সোনকালে [ স° ঝটিতি ]।

ঝাতিকাৰ ৬২৯ = জাতিষ্কাৰ [ স° জ্যোতিষ্কাৰ ]। সুন্দৰ ; পোহৰ।

ধলমাল ৫০—ধনৰ পাত্ৰ বা টোপোলা ; কৰ [ স° ধন+মল্ল ; তু° ক° বনমাল ]।

ধনেশ্বৰ ৫৪=ধনেশ্বৰ। যক্ষপতি কুবেৰ।

ধামালি ৯৩—ধেমালি ; লাহ-বাহ ; আনন্দ-খেলা।

ধাৰান ৪১৮=ধৰণ। ধৰণ-ধাৰণ।

ধিক ৫৭৫, ৬৯৭, ১০৭৯, ১২৪৫=অধিক [ আদ্যস্বৰলোপ ]।

ধুথৰা, ধুথুৰা ৯২, ৫০৬=ধুতুৰা ফুল।

ধেনু ১১৬৪—ধেনুকাসুৰ।

নঞান, নঞাঁন ২৭১, ৫৮৮=নয়ন। চকু।

নখাৱলি ৭৬—নখবোৰ।

নন্দনি ৮১, ১৭৮, ৩১৬=নন্দিনী। কন্যা ; জী।

নফৰ, লফৰ ১৪, ৯৭, ৩১৮, ১০০৫—দাস, চাকৰ [ আ° নফ্ৰ্ ]।

নৱসান ২১৯, ৭৮০—নতুনকৈ শান দিয়া।

নাঙ্গনে ৩৪৭—নবয় ; নোসোমায় [ স° অংগ্ ]।

নাঙ্গলি ৯০২=লাঙ্গলী। হলধৰ বলৰাম।

নাঙ্গুল ( লেঙ্গুৰ ) ৮৫৫—নেজ।

নাথুয়ো ৭৫৪—থোৱা নহক ; নথ'বাঁ।

নাদ ১০২৫—নিদিয়া।

নালখয় ১৯৯—লক্ষ নকৰে ; নেদেখে।

নিচ্চয়ে ৩৭৫=নিশ্চয়ে।

নিন্দ ১৩৩, ১৩৬, ২৩০=নিদ্ৰা।

নিন্দবান ৩৬৪=নিদ্ৰাবাণ।

নিন্দাইল ৬৯১—টোপনি নিয়ালে ; শুৱাই থ'লে।

নিবাঞ ৯২৬=মুমাওঁ।

পৃথিত ৭৪৬ = পৃথিৱীত।

পৃষ্ট, পৃষ্টি ৯১৩, ১৩৭২ = পৃষ্ঠ ; পিঠি।

পৈৰে ৪৮৭—পিন্ধে।

প্ৰসঙ্গ ৬২৬ = প্ৰসন্ন। উজ্জ্বল।

বঝাইলো ১৬৬—বাজ কৰিলো ; হেকুৱালো।

বদন ৭৩—বসন।

বৰণ ১০৫৫—চুটি [ সং বামন ? ]।

বৰাবৰে ৩৫৬, ৫৭৮—পোনে পোনে [ সং ]।

বলয়াল ৭৪৯—বলী ; মল্ল [ সং ৱলৱান্ + মল্ল ]।

বাহ, বাহা ৪১৯, ৪১১—চলাই নিয়াঁ।

বাহুকি ৫৭১, ৭০০ = বাসুকি।

বাহুড়িয়া, বাহুৰিয়া ৪২৩, ৭৫৬—ঘূৰি ; উলটি [ হিং বহুৰ্না ; পং ৱ্যাঘুটয় ]।

বিধূম ৬৮, ৪২০—ধোঁৱা নবলা ; দপ্দপীয়া।

বিভূতি ১০৩০ = বিভূতি। ভস্ম।

বিৰপনা, ( বিৰপানা ) ৫৮৯—বীৰত্ব [ তুংকং হিং ৱাচ্পন্, বং দুৰন্তপনা ]।

বিৰহাঅগুনি ১৭৬ = বিৰহাগ্নি। বিৰহৰ পোৰণি।

বিৰায় ১১২—বাহিৰ হয় ; ওলায়।

বিৰোচন ১০৩২—সূৰ্য্য।

বিসিখে ১২৩৯—বিশিখ নামে অস্ত্ৰেৰে।

বিহা, ( বিআ, বিভা ) ৪৮৬ বিয়া [ সং ৱিৱাহ ]।

বিহিনে ৪৬২—বিনে [ ৱিনা + ৱিহীন ]।

বেড়ায় ৪০, ৮১৩—ঘূৰি ফুৰে ; আগ বঢ়ায়।

মুসলি ৯০২—মুষলধাৰী। বলৰাম।

মেদনি ২৫৫, ২৮৭, ৬১২ = মেদিনী।

মোছল ১১৯৬—মুষল (?)।

মোৰচায়া ২৭৪—মূৰ্চ্ছা যোৱাই ; পেলাই লৈ [ স° মূৰ্চ্ছ্ ? অ° মোচৰ্ ? ]

যুগুনি ৭৮৯ = যোগিনী [ তু°ক° অ° জিগিনী ]।

ৰঞ্জনি ১৬৯—ৰজনী। নিশা ; ৰাতি।

ৰসহায়া ১১৮৮—ডাঙ্কোপ মাৰি [ স° ৰস ( ডাঙ্কোপ ) ]।

ৰাইতে ১২৮ = ৰাতি।

ৰাধ ৪৭১—আৰাধনা।

ৰায় ২২৮—সূৰ্য্য।

ৰিত ২১৮ = ৰীতি। নীতি ; নিয়ম।

ৰীসিকেস ১২৩২, ১২৪৫ = হৃষীকেশ। ইন্দ্ৰিয়-অধিষ্ঠাতা, ভগৱান্।

ৰূপস ৪৯৬, ৰূপস ৮৪৯ = ৰূপহ।

ৰোমাৱলি ৯৭৯ = ৰোমাৱলী। নোমৰ শাৰী বা সমূহ।

লখি ৯৪০—লক্ষ কৰা হয় [ স° লক্ষ্যতে ]।

লাগল ৬৬৮—লগ [ প্ৰা° অ°, কা° ]।

লুকি ১৯২—লুক ঢাক।

লাহাৰি, ( লহড়ি, লহৰী ) ১৩৯—লাহ ; সৌন্দৰ্য্য [স° লাস + লহৰি]।

লেছাৰি ১০৪৭—বাট ; শাৰী [ স° ৰথ্যা-কাৰ ]।

লোউ ১২৫৪—লোৱাঁ।

লোটন ; লোটনি ১২৯, ১৫০—ওলমি থকা টিলা (খোপা) [ স° লুণ্ঠ্ ]।

লোহো, ৫৩৮ = চকুলো [ স° + *বোধ ]।

শৃকাল ২৯, ৫৫৫, ৬৫৬, ১০৫২ < শৃগাল।

সইতৰি ২৩৬—লগৰী ; সখী [ স° সহিত*কৰিক ]।